# সংজ্ঞা

সাহিত্য-সংস্কৃতিৰ তিনিমহীয়া অসমীয়া আলোচনী
প্ৰস্তাৱনা সংখ্যা : মাৰ্চ-এপ্ৰিল-মে : ১৯৭৫

## সূচী



সম্পাদক : নীলমণি ফুকন



'সংজ্ঞা' সাহিত্য-সংস্কৃতি বিষয়ক তিনিমহীয়া আলোচনী। সমাজ এখনত মানসিক প্ৰগতিৰ বাবে একান্তভাৱে প্ৰয়োজনীয় উচ্চ পৰ্যায়ৰ বৌদ্ধিক চিন্তা আৰু যথাৰ্থ নান্দনিক চেতনাৰ এটি প্ৰাণবান ধাৰা প্ৰবাহিত কৰা আৰু কৰি ৰাখিবলৈ যত্ন কৰাই 'সংজ্ঞা'ৰ উদ্দেশ্য।

উচ্চ পৰ্যায়ৰ আধুনিক সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত অসমীয়া সমাজখন আজিও বিশেষভাৱে দুৰ্বল আৰু পাছপৰা। অসমীয়া সাহিত্য-সংস্কৃতিৰ গুণগতভাৱে মূল্যবান ধাৰাটোৰ সংৰক্ষণ আৰু বিকাশ-সাধনৰ সমস্যাটোৱেও পাব লগীয়া গুৰুত্ব লাভ কৰা নাই। ঐতিহ্যগত লোক সংস্কৃতি আৰু মাৰ্গ সংস্কৃতিও আজি ঐতিহাসিক কাৰণতে বিপৰ্যস্ত। এনে অৱস্থাত আমাৰ সমাজখনত দেখা দিয়া সাংস্কৃতিক সংকটৰ ৰূপটো বিশেষভাৱে ভয়াবহ। এই সংকটৰ সাম্প্ৰতিক চৰিত্ৰটোৰ উপলব্ধিৰ সূত্ৰতেই 'সংজ্ঞা'ৰ জন্ম।

সংজ্ঞা সাৰ্থক আৰু প্ৰতিশ্ৰুতিপূৰ্ণ আধুনিক অসমীয়া সাহিত্যিক, শিল্পী আৰু ৰসজ্ঞসকলৰ আত্মপ্ৰকাশ আৰু আত্মবিকাশৰ এটি মাধ্যম হিচাপেই পৰিকল্পিত। পৰিকল্পনা অনুসৰিয়েই দেশ-বিদেশৰ উচ্চ স্তৰৰ আধুনিক চিন্তা আৰু সৃষ্টিৰ পৰিচয় বিভিন্ন ৰূপত নিয়মিতভাৱে 'সংজ্ঞা'ত প্ৰকাশ কৰিবলৈ যত্ন কৰা হব। লগতে অসমীয়া সমাজৰ সাংস্কৃতিক ঐতিহ্যৰ পৰিচয়,

বিশ্লেষণ, মূল্যায়নেও 'সংজ্ঞা'ত গুৰুত্ব পাব।
সমাজৰ ৰুচি মাৰ্জনা আৰু ৰুচি গঠনত 'সংজ্ঞা'
বিশেষভাৱে সচেষ্ট হব।

সাধনা তথা কষ্টকৰ চিন্তা-চৰ্চাৰ অনুকূল
এটা বাতাবৰণ সৃষ্টি কৰিবলৈ 'সংজ্ঞা'ই চেষ্টা কৰিব।
সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত প্ৰমূল্যবিমুখ ব্যৱসায়বাদ
পপুলিজম্ (populism), উগ্ৰ জাতীয়তাবাদ,
ৰাজনৈতিক উপযোগিতাবাদ (utilitarianism),
চৰকাৰী বা চৰকাৰৰ নিয়ন্ত্ৰণাধীন
অনুষ্ঠানৰ প্ৰভাৱৰপৰা 'সংজ্ঞা' নিলগত থাকিব।
সমাজত সংস্কৃতিৰ ক্ষেত্ৰত চলি থকা বিভিন্ন ধৰণৰ
দুস্কৃতিৰ বিৰুদ্ধে, তথ্য, যুক্তি, পৰীক্ষা-নিৰীক্ষা,
ৰুচি, বৈচিত্ৰ্যময় জীৱনবোধক বিপন্ন কৰিব পৰা
মানসিকতাৰ বিৰুদ্ধে 'সংজ্ঞা' সততে সতৰ্ক হব।

'সংজ্ঞা' নীতিগতভাৱে সেইসকল লোকৰেই
মুখপত্ৰ স্বৰূপ হব—যিসকল সকলো
বিষয়তে নহলেও সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত
কিছুমান মৌলিক কথাত সহধৰ্মী, যিসকলে
অসমীয়া সমাজখনৰ অৰ্থনৈতিক-ৰাজনৈতিক
প্ৰয়োজনসমূহৰ সমান্তৰালভাৱে থকা
সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰটোৰ স্বকীয়া বিধৰ
প্ৰয়োজনসমূহৰ গুৰুত্ব উপলব্ধি কৰে,
যিসকলে অসমীয়া সমাজখনতো সাহিত্য-
সংস্কৃতিৰ এটি উচ্চাঙ্গ ৰূপ সক্ৰিয় হোৱাটো
বিচাৰে, অসমীয়া সমাজত তাৰ প্ৰতিষ্ঠা
তথা বিকাশসাধনৰ বাবে প্ৰয়োজনীয়
সাংস্কৃতিক চৰিত্ৰৰ সামাজিক দায়বদ্ধতাৰ
বোধ যিসকলৰ মনত জাগ্ৰত, যিসকল তাৰ
বাবে চিন্তা আৰু কৰ্মপ্ৰয়াসত লিপ্ত হব পাৰে।

# তিনিটা কবিতা

ভবেন বৰুৱা

## বৰ্ণিনী কল্যাণী প্ৰজ্ঞা

হে উদিতা, সাগৰিকা !

কোন সমুদ্ৰৰ বতাহ তোমাৰ মুখত ?
কোন প্লাবন-ভূমিৰ হিৰণ্ময় ফচল আন্দোলিত
তোমাৰ নমিত কপালত ?

হে দুহিতা, অশ্ৰু-নন্দিতা !
পুঞ্জিত লাৱণ্যৰাশিত উৰ্মিল তোমাৰ হাতত
পল্লৱে পল্লৱে প্ৰসাৰিত প্ৰশস্তিৰ অৰ্ঘ্য !

আমাৰ বাবেও আনিছা নে তুমি
চেতনাৰ অমল উষাৰ কুঁৱলীত সুদূৰ
সত্তাৰ ঐশ্বৰ্য ?

সৌন্দৰ্যৰ পুলকিত বেদনাৰ ধাৰ—
কল্যাণৰ তৰুছায়া—
মনীষাৰ নিৰ্লোভ সুষমা ?

প্ৰহেলিকা !

এই নৰকত অবাৰিত
জড়ৰ ঔদ্ধত্য যেন দুঃস্বপ্নৰ সমদল ঃ
নিৰ্মনন গড্ডলিকাবাদ,
কুৰুচিৰ স্ফীতকণ্ঠ বৰ্বৰ বিক্ৰম,
আবেগৰ সংঘবদ্ধ আদিম বন্যতা,
সৰ্পিল বুদ্ধিৰ কুটিলতা,
শৰগন্ধ দন্তপংক্তি লুব্ধ দুঃশীলতা···

হে স্বপ্ন-বন্দিতা—
যুগে যুগে বিশ্বৰ অশ্ৰুত প্ৰবাহিতা !

আমাৰ বাবেও ৰাখিছা নে তুমি
ভূমাৰ অমৃত বাণী,
মানৱিক দিগন্তৰ সমাচাৰ—
সমুদ্ৰৰ ৰিব্‌ৰিব্‌ অঙ্গীকাৰ ?

## স্বৰগ্ৰাম

উষাৰ অব্ৰণ কৌমাৰ্য
ক্ৰমশঃ অৰুণাভ ।

স্বচ্ছ হ্ৰদত চেতনাৰ ৰশ্মিজাল
ক্ৰমশঃ প্ৰসাৰিত ।

স্তব্ধতাৰ তাঁৰবোৰত তন্ময়
জিৰিজিৰি আঙুলিবোৰ ।

এই পুলকিত চৈতন্যৰ প্ৰহৰত
এই জাগৰণৰ অমল শুভ্ৰতাত
এবাৰ অবগাহন কৰা ।

সুৰত বান্ধা উদয়াস্ত
তামসী ৰাতিৰ বেসুৰা মনবোৰ ঃ

*যিভাৱে বিম্বিত হয় পকুয প্ৰকৃতিৰ বুকুত*
*মানৱিক চেতনাৰ বিজয়ী প্ৰসাদ ঃ*
*উষাৰ অশ্ৰুল আভা,*
*বৰ্ণময়ী উষসীৰ প্ৰণত গৌৰৱ—*

*কিভাৱে ৰূপান্তৰিত হব পাৰে*
*হীৰাৰ কঠিন লাৱণ্যলৈ*
*দগ্ধ প্ৰান্তৰৰ কয়লাবোৰ।*

## নীলাভ অনিদ্ৰা এক

*নীলাভ অনিদ্ৰা এক—নিদ্ৰাৰ বুকুত অন্তঃশীলা!*

*ক্ষুধাৰ পাৰত বোৱা অন্য ক্ষুধা, অমৰ বিষাদ,*
*মানৱিক চেতনাৰ চিৰন্তন প্ৰসন্ন ষড়জ,*
*ইন্দ্ৰিয়ৰ পঞ্জাৰত মননৰ নন্দিত বিক্ৰম।*

*স্মৃতিৰ চিত্ৰল সুৰে শিহৰোৱা চিৰ-দূৰাগতা,*
*নিভৃত মনৰ স্বচ্ছ নৈঃসঙ্গত মথিত সপোন,*
*সমাজৰ গহনত মধুক্ষৰা ঋতম্ভৰা—বাক্—*
*বীজকম্প্ৰ সত্তাৰ লৱণ-জ্বালা—সমুদ্ৰ বতাহ।*

# এটি কথিকা

সৌৰভকুমাৰ চলিহা

তাহানিৰ মাহেকীয়া 'ৰামধেনু'য়ে এটা চুটি-গল্প প্ৰতিযোগিতা ঘোষণা কৰিছিল, সি প্ৰায় একুৰি বছৰমান আগৰ কথা। যিমানদূৰ মনত পৰে, প্ৰথম পুৰস্কাৰ আছিল ত্ৰিশ টকা। আমি আছিলোঁ তেনেই ডেকা ল'ৰা, কলেজৰ দেওনা পাৰ হব ধৰিছোঁ মাত্ৰ (পৰীক্ষা হৈ গৈছে, ফলাফল ওলোৱা নাই), আৰু হাত-খৰচৰ বাবে সম্পূৰ্ণৰূপে ঘৰৰ ওপৰত নিৰ্ভৰশীল। গতিকে সেই সময়ত ত্ৰিশ টকা ধাৰণা হৈছিল বেছ এটা ধনভাণ্ড। ৰাস্তাৰ মোৰৰ তামোল-চিগাৰেটৰ দোকানখনত বাকী জমা ধৰি আছে, এই টকা হাতত পৰিলে পূৰা মিটাই দিব পৰা যাব, তাৰ পিছতো হাতত বুজন এটা পৰিমাণ ৰৈ যাব। গতিকে সিদ্ধান্ত কৰিলোঁ চেষ্টা এটা দিব লাগিল। বেছ কিছুদিন ধৰি মূৰৰ ভিতৰত বিভিন্ন বিক্ষিপ্ত কথা বুৰ্বুৰণি দি উঠি আছে আৰু মাৰ গৈছে অসংলগ্নভাৱে। এইবোৰক কিবা এটা গঢ় দিব নোৱাৰি নে? পাণ্ডি থাকিবৰ বা ঘঁহি-মাজি থাকিবৰ সময় নাই—গল্প দাখিল কৰাৰ সময় নিচেই অদূৰত। ভিতৰৰপৰা দুৱাৰত আটিলকৈ খিল গুজি দি লিখিবলৈ আৰম্ভ কৰি দিলোঁ, অতি ক্ষিপ্ৰগতিতে বাক্যৰ পিছত বাক্য ওলাই আহিব ধৰিলে স্বতঃস্ফূৰ্তভাৱে (এই স্বচ্ছন্দ আৰু অনায়াস গতিবেগৰ কথা ভাবিলে আজি বিস্ময় জাগে, তেতিয়া কিন্তু নিতান্ত স্বাভাৱিক যেন লাগিছিল), আৰু প্ৰায় তিনিদিন উজুতি খাই খাই বাক্যোদ্গাৰ হোৱাৰ পিছতো বস্তুটো শেষ হোৱাৰ কোনো লক্ষণ দেখা নগ'ল—যেন পৃষ্ঠাৰ পাছত পৃষ্ঠা চলিয়েই থাকিব, যাদুকৰৰ মুখৰপৰা যেনেকৈ ক্ৰমাগত অন্তহীন কাগজৰ ফিটা ওলায়েই থাকে, ওলায়েই থাকে। (প্ৰচেষ্টাটো বৈ বৈ উজুতি খাইছিল এই কাৰণেই যে ঘনে ঘনে দুৱাৰত দুম্‌দাম্ অধৈৰ্য ধাক্কাধাক্কি চলিছিল বাহিৰৰপৰা—মোৰ ভাই আৰু বাইদেউহঁত আৰু ভতিজা-ভতিজীহঁতে

# এটি কথিকা

সৌৰভকুমাৰ চলিহা

তাহানিৰ মাহেকীয়া 'ৰামধেনু'য়ে এটা চুটি-গল্প প্ৰতিযোগিতা ঘোষণা কৰিছিল, সি প্ৰায় একুৰি বছৰমান আগৰ কথা। যিমানদূৰ মনত পৰে, প্ৰথম পুৰস্কাৰ আছিল ত্ৰিশ টকা। আমি আছিলোঁ তেনেই ডেকা ল'ৰা, কলেজৰ দেওনা পাৰ হব ধৰিছোঁ মাত্ৰ (পৰীক্ষা হৈ গৈছে, ফলাফল ওলোৱা নাই), আৰু হাত-খৰচৰ বাবে সম্পূৰ্ণৰূপে ঘৰৰ ওপৰত নিৰ্ভৰশীল। গতিকে সেই সময়ত ত্ৰিশ টকা ধাৰণা হৈছিল বেছ এটা ধনভাণ্ড। ৰাস্তাৰ মোৰৰ তামোল-চিগাৰেটৰ দোকানখনত বাকী জমা ধৰি আছে, এই টকা হাতত পৰিলে পূৰা মিটাই দিব পৰা যাব, তাৰ পিছতো হাতত বুজন এটা পৰিমাণ ৰৈ যাব। গতিকে সিদ্ধান্ত কৰিলোঁ চেষ্টা এটা দিব লাগিল। বেছ কিছুদিন ধৰি মূৰৰ ভিতৰত বিভিন্ন বিক্ষিপ্ত কথা বুৰবুৰণি দি উঠি আছে আৰু মাৰ গৈছে অসংলগ্নভাৱে। এইবোৰক কিবা এটা গঢ় দিব নোৱাৰি নে? পাঙি থাকিবৰ বা ঘঁহি-মাজি থাকিবৰ সময় নাই—গল্প দাখিল কৰাৰ সময় নিচেই অদূৰত। ভিতৰৰপৰা দুৱাৰত আটিলকৈ খিল গুজি দি লিখিবলৈ আৰম্ভ কৰি দিলোঁ, অতি ক্ষিপ্ৰগতিতে বাক্যৰ পিছত বাক্য ওলাই আহিব ধৰিলে স্বতঃ-স্ফূৰ্তভাৱে (এই স্বচ্ছন্দ আৰু অনায়াস গতিবেগৰ কথা ভাবিলে আজি বিস্ময় জাগে, তেতিয়া কিন্তু নিতান্ত স্বাভাৱিক যেন লাগিছিল), আৰু প্ৰায় তিনিদিন উজুতি খাই খাই বাক্যোদ্গাৰ হোৱাৰ পিছতো বস্তুটো শেষ হোৱাৰ কোনো লক্ষণ দেখা নগ'ল—যেন পৃষ্ঠাৰ পাছত পৃষ্ঠা চলিয়েই থাকিব, যাদুকৰৰ মুখৰপৰা যেনেকৈ ক্ৰমাগত অন্তহীন কাগজৰ ফিটা ওলায়েই থাকে, ওলায়েই থাকে। (প্ৰচেষ্টাটো বৈ বৈ উজুতি খাইছিল এই কাৰণেই যে ঘনে ঘনে দুৱাৰত দুম্‌দাম্ অধৈৰ্য ধাক্কাধাক্কি চলিছিল বাহিৰৰপৰা—মোৰ ভাই আৰু বাইদেউহঁত আৰু ভতিজা-ভতিজীহঁত

ভিতৰ সোমাবৰ চেষ্টা কৰিছে।) যিহওক, তাৰিখ চাপি আহিছে, এনেকৈ গাৰী চলি থাকিব দিলে নহব, গতিকে এঠাইত জোৰকৈ ইতি দিব লাগা হ'ল— কাগজবোৰ সামৰি লৈ পৃষ্ঠা-নম্বৰ দিলোঁ, শিতানত নাম এটা বহুৱালোঁ ("অশান্ত ইলেক্ট্ৰন") আৰু গোটেই কাণ্ডটো লেফাফা এটাত ভৰাই ডাক-বাকচত পেলাই দি নিশ্বাস এৰিলোঁ। ভাবিবলৈ বাধ্য হ'লোঁ—এনে এটা নিৰাকাৰ নিৰবয়ব বস্তু, গঢ় নাই, গঠন নাই, আৰম্ভণি নাই, শেষ নাই, প্লট নাই, চৰিত্ৰ-চিত্ৰণ নাই, কোনো সংহতি নাই; মাথো বেপৰোৱাভাৱে মনলৈ যি আহিছে তাকে কাগজলৈ নিক্ষেপ কৰি গৈছো ঃ ৰাজনীতি, সমাজনীতি, 'চেক্স' (তুয়োবিধ), বিজ্ঞান, ইত্যাদি ইত্যাদি— কি যে এটা হ'ল ! কিন্তু এই 'খিচিৰি'ৰ গোন্ধত বিচাৰকসকলে কি ভাবিলে নাজানো কিন্তু তেওঁলোকে টকা ত্ৰিশটা দিলে।

যিহওক, আচলতে যিহৰ বিষয়ে কবলৈ ইচ্ছা কৰিছোঁ সেইটো হৈছে বন্ধ তুৱাৰখনৰ কথা, যাৰ আঁৰত লিখিবলৈ লৈছিলোঁ। অনতিপলমে বন্ধ তুৱাৰত পৰিল এটা জোৰ ধাক্কা। লৰালৰিকৈ কাগজ কেইখিলা এখন 'ইলাষ্ট্ৰেটেড্ উইক্লি অফ ইণ্ডিয়া'ৰ ভিতৰত গুজিলোঁ, সেইখন দেৰাজটোৰ ভিতৰত ঠাহিলোঁ আৰু মুখত নিৰ্বিকাৰ বিৰক্তভাব এটা ফুটাই তুলি দৰজা খুলি বাহিৰলৈ ভূমুকি মাৰিলোঁ, গেৰ্গেৰাই উঠিলোঁ, "কি হ'ল আকৌ ? একদণ্ড শান্তিৰে কিতাপ এখনো পঢ়িব নিদিবি নে কি ? কি—ফণিখন ইয়াত এৰি গৈছ ? ফণি ? কি ফণি ? অ', তোৰ ফণখিন ! কিয়, ডাঙৰ আয়নাৰ ফণিখনেৰে আঁচুৰি লব নোৱাৰ নে কি, উস্ ৰাম !" বা হয়তো ঃ "দেউতাই মাতিছে ? তাকে বাহিৰৰপৰা কব নোৱাৰ ? কি কৰিছোঁ ? কি আৰু কৰিম—একো কৰা নাই। কি কৰিব লাগে—কি যে কথা ! আচ্ছা, আচ্ছা, শুনিলোঁতো, দেউতাই মোক মাতিছে—যা এতিয়া, ভাগ্, ভাগ্ !" মুঠৰ ওপৰত অৱশ্যে তেওঁলোকে অনুমান কৰিব পাৰা নাছিল, ভিতৰত কি কাণ্ড চলিব ধৰিছে, কিন্তু (মোৰ সন্দেহ হয়) অন্ততঃ এগৰাকী বাইদেউয়ে বোধ হয় গম পাই গৈছিল যে মই (স্কুলীয়া দিনৰেপৰা) মনে মনে চুটি-গল্প লিখাত ধৰিছোঁ। ভাগ্যক্ৰমে, বাইদেউয়ে মোৰ গোপন-ৰহস্য 'চিচিং-ফাক্' কৰি নিদিলে (বোধহয় এই কাৰণেই যে বাইদেউয়ে নিজেও কিবাকিবি লিখিছিল, মাজে মাজে)।

এই 'ৰুদ্ধদ্বাৰ' ব্যাপাৰটো যেন কিবা এটাৰ প্ৰতীক (কথাটো বৰ মামুলী 'বুলি' যেন শুনি অৱশ্যে) আৰু আলোচনীৰ ভিতৰত লুকুৱা কাগজবোৰো যেন কিবা এটাৰ প্ৰতীক। আজি অত বছৰৰ পিছতো লিখিবৰ সময়ত তুৱাৰখন ভিতৰৰপৰা খিল দিয়া আৰু অসমাপ্ত গল্পবোৰ আজিও সমাধিস্থ হৈ থাকে "ইলাষ্ট্ৰেটেড্ উইক্লি" বা "লাইফ্"—আলোচনীৰ পৃষ্ঠাবোৰৰ মাজত চেপা খাই। এই 'ৰহস্য-

ৰোমাঞ্চ-চিৰিজ'-সুলভ ধূম্ৰপৰ্দা-সংগোপনতাৰ শেষত পয়দা হোৱা বস্তুটো কিন্তু মূঠেই গোপন বস্তু নহয়, সেইটো তৈয়াৰ হয় জনচক্ষুৰ আগত আত্মপ্ৰকাশ কৰিবলৈ, আলোচনীৰ পাতত ছপাৰ আখৰত প্ৰকট হ'বলৈ। উদ্দেশ্য, মানুহে পঢ়ক, মন্তব্য কৰক। কেতিয়াবা হয়তো এনেকুৱাও হয়গৈ যে মানুহে অকল লিখাটোৰ ওপৰতেই নহয়, লেখকৰ বিষয়েও মতামত দিয়ে, লেখকৰ বিষয়েও আলোচনা কৰিব ধৰে। কোনো কোনো লেখকে কথাটো ভাল পায়, কোনো কোনোয়ে—আচৰিত যেন লাগিলেও কথাটো সঁচা—কথাটো ভাল নাপায়। কোনো কোনো লেখকে লিখে ৰাজহুৱা ঠাইত, কাফেত, লাইব্ৰেৰীত, মদৰ দোকানত ; বিখ্যাত হাস্যৰসিক পি. জি. উড্‌হাউচে এঠাইত বৰ্ণাইছে কেনেকৈ তেওঁ এবাৰ এখন ফৰাচী পুলিচ-থানাত বহি থাকিব লগীয়া হোৱাত তাতে কেইপাতমান লিখি পেলাইছিল, সাহিত্য সৃষ্টিৰ প্ৰক্ৰিয়া নিজচকুৰে চাবলৈ থানাৰ চিপাহী-চন্তৰীসকলে তেওঁৰ কান্ধৰ ওপৰেৰে জুমি জুমি তেওঁৰ গায়ে-মূৰে নিশ্বাস এৰি ভীৰ জমাই দিছিল। এইসকল লেখকে কোনে কি চাইছে কোনো কি কৈছে 'থোড়াই পৰোৱা কৰে'। কিন্তু আন জাতৰ লেখকো আছে, যেনে 'ইংৰাজ জাতীয়' লেখকসকল : এওঁলোকৰ ওপৰত সাহিত্য-সৃষ্টিৰ তাড়না আহিলে চহৰৰ হৈ-হাল্লা এৰি কাগজ-কলম লৈ গাঁওলৈ ঢাপলি মেলে। ততোধিক অ-ৰাজহুৱা লেখকো আছে, একেবাৰে আন্ধাৰত থাকি মঞ্চৰ 'উইংচ'ৰপৰা অংশগ্ৰহণ কৰিব নোৱাৰিলে এওঁলোকৰ কলম বন্ধ। পাদ-প্ৰদীপৰ আলোকলৈ জনঃচক্ষুৰ তীব্ৰ পোহৰলৈ এওঁলোকক টানি আনক—দেখিব, ঘামি-জামি কঁপনি দি জ্বৰ আহি অপ্ৰস্তুত অপ্ৰতিভ হৈ এওঁলোক মূছকঁছ যাব, সম্পূৰ্ণ বিকল : এওঁলোক যেন বটলত থকা সেই ঔষধবোৰৰ দৰে, যাৰ লেবেলত লিখা থাকে—"চেঁচা, এন্ধাৰ ঠাইত ৰাখিব", অন্যথায় কোনো কামত নাহে। সঁচাসঁচিকৈয়ে এনেকুৱা মানুহ আছে। মনত পৰে, "অশান্ত ইলেক্ট্ৰন"ৰ ঘটনাটোৰ পিছত লেখক-জনৰ সম্বন্ধে কিবাকৈ এটা হাল্লা-গুল্লাৰ সৃষ্টি হৈছিল, ফলত মই তাৰ দায়িত্ব অস্বীকাৰ কৰিবলৈ বেচ হাৰাশাস্তি হ'ব লগীয়া হৈছিলোঁ, উড্‌হাউচৰ বেচেৰা চৰিত্ৰ এটাৰ দৰে "ৰাস্তাৰপৰা গলিলৈ টুপ্ মাৰি, লেম্প-প'ষ্টৰ আঁৰত ডুব মাৰি" লটিঘটি।

প্ৰসঙ্গতঃ, বিখ্যাত বঙালী লেখক 'বনফুল'-সংক্ৰান্ত অভিজ্ঞতা এটা ইয়াত উল্লেখ কৰিব পাৰি। বনফুলৰ গল্প আৰু উপন্যাস উপভোগ কৰি আছিলোঁ বেচ নিৰুদ্বেগে, কিন্তু হঠাৎ এদিন এঠাইত দেখিলোঁ এখন ফটো' : এখন হৃষ্টপুষ্ট গোলগাল মুখ, দুষ্টামি বুদ্ধিৰে পৰিপূৰ্ণ দুটা চকু, একেবাৰে আচহুৱা ; ফটো'খনৰ তলত সম্পূৰ্ণ অবাঞ্ছিত তথ্য কিছুমান আমাক জনোৱা হৈছে : যে এই ব্যক্তি কোনোবা এক বলাইচাঁদ মুখোপাধ্যায়, আৰু এৱেঁই বোলে অতদিনে 'বনফুল'ৰ মুখা পিন্ধি টিঘিলঘিলাই

ফুৰিছে, আৰু আচলতে বোলে এওঁ এজন ডাক্তৰহে, আৰু এওঁ থাকে বিহাৰৰ ভাগলপুৰত, আৰু এওঁৰ জন্মৰ তাৰিখ—ইত্যাদি ইত্যাদি। এইবোৰ খবৰৰ বাবে তো আমি চিঞৰি মৰা নাছিলোঁ, আমাক এইবোৰ কিয় কোৱা হৈছে? সিদ্ধান্ত কৰিবলৈ বাধ্য হলোঁ যে এই "বলাই ডাক্তাৰ"ৰ প্ৰহসনটো জৰুৰ আমাৰ মনোৰঞ্জনৰ বাবেহে সজা হৈছে, এইটো নিশ্চয় বনফুলে নিজে বনোৱা আৰু এটা চমকপ্ৰদ মনোৰম চুটি-গল্প—আৰু এই কথাৰে নিশ্চিত হোৱাৰ পিছত নিশ্চিন্ত হৈ আকৌ আগৰ দৰে 'বনফুল' আস্বাদন কৰিব পাৰা হলোঁ। এই বছৰৰ অকাডেমী-পুৰস্কাৰ ঘোষিত হোৱাৰ পিছত দুখনমান স্থানীয় বিজ্ঞাপন-কাকতে চবজান্তা হৈ চিঞৰিব আৰম্ভ কৰিলে—কোনো সোধা-পোচাৰ বাহুল্য নাই, অনুমতি লোৱা-নোলোৱাৰ দুৰ্ভাবনা নাই, সাংবাদিক শালীনতাৰ 'বালাই' নাই—মই কোন, কি কৰোঁ, কি পঢ়িছিলোঁ, কি কৰিবলৈ ক'লৈ গৈছিলোঁ আৰু এনেবোৰ। এই কাগজৱালাসকলৰ বোধহয় ধাৰণা যে এইবোৰ আৱৰ্জনা জানিবলৈ পঢ়ুৱৈসমাজ উদগ্ৰীব হৈ আছে, কিন্তু এইসকলে সাংবাদিকতাৰ মাথা-মুণ্ড নাজানিলেও এই কথা বুজা উচিত যে কিছুমান মানুহ কেমেৰাৰ ফিল্মৰ দৰে, কেমেৰাৰ বাকচৰ অভ্যন্তৰৰ আন্ধাৰত অপ্ৰকাশ্য থাকিলেহে যি দেখে তাক ধৰি ৰাখিবলৈ চেষ্টা কৰিব পাৰে, ফিল্মখন বাহিৰৰ ৰ'দলৈ টানি উলিয়াই আনিলে সি আৰু কোনো কামত নাহে। মনোবিজ্ঞানীসকলে নিশ্চয় এই "বন্ধ দুৱাৰ", "আলোচনীত লুকুৱা গল্প" আদি লক্ষণ বিশ্লেষণ কৰি বহুত কথা কব, তাৰ বেছিভাগেই নিশ্চয় লেখকৰ বাবে পীড়াদায়ক। কিন্তু আমাৰ বক্তব্য এয়ে যে মই যদি ৱিলিয়াম্ চিড্‌নি পৰ্টাৰ, আৰু মই জেলত থাকোঁতে গল্প লিখিবৰ ইচ্ছা গৈছে, তেনেহলে মই ডব্লিউ. এচ. পৰ্টাৰৰ নামত গল্প নপঠিয়াও—মই অ'. হেন্‌ৰি নাম লম আৰু মোৰ পঢ়ুৱৈসমাজে মোক অ'. হেন্‌ৰি বুলি গ্ৰহণ কৰি লোৱাৰ পিছত এদিন মই কৈ নেপেলাওঁ যে মই ৱিলিয়াম চিড্‌নি পৰ্টাৰহে; এইটো কোৱাৰো কোনো দৰ্কাৰ নেদেখোঁ যে মই ১৮৬২ চনত নৰ্থ্ কেৰলাইনা ৰাষ্ট্ৰৰ গ্ৰীন্সবৰ'ত জন্মগ্ৰহণ কৰিছিলোঁ, যে মই গ্ৰীন্স্‌বৰ'ৰ ড্ৰাগস্টৰ' এখনত আৰু টেক্সাচৰ অষ্টিন্ চহৰৰ বেঙ্ক এটাত কাম কৰিছিলোঁ; এইটোও মোৰ পঢ়ুৱৈসমাজে নাজানিলেও হব মই কিয় জেলত সোমাইছিলোঁ বা মই কুৰিবছৰমান বয়সত কাৰ লগত প্ৰেম কৰি পলাই গৈ বিয়া পাতিছিলোঁ। অন্ততঃ, যিমানদিন অ'. হেন্‌ৰি হিচাবে লিখি থাকিম, এইবোৰ কথা উহ্যই ৰাখি যাম।*

---

* ১৯৭৪ চনৰ সাহিত্য অকাডেমীৰ পুৰস্কাৰ বিতৰণ অনুষ্ঠানৰ বাবে শ্ৰীসৌৰভকুমাৰ চলিহাই লিখা মূল ইংৰাজী কথিকাৰ মুকলি অসমীয়া অনুবাদ।

হীৰেণ ভট্টাচাৰ্য

## অপ্ৰতিদ্বন্দী ঃ জীৱন

মৃত্যুৰ সতে কোনে কাজিয়া কৰে, জীৱনৰ সংগীত মৃত্যুৰ
সূক্ষ্মতাত শুদ্ধ, স্বৰ যাৰ ধ্বনিৰ প্ৰাকৃত উদ্ধৃতি ; মোৰ
পিৰ্ঠিত হাত থৈ এটা প্ৰকাণ্ড মানুহ ; কবিতা পুৰুষ ;
মই তাৰ ছাঁৰ কাষে কাষে সোঁৱৰণীৰ লেছেৰি বুটলি গৈ আছোঁ,
মুক্ত স্বপ্নৰ আগত পোহৰৰ অগা দেৱা, মই নেজানো
কবিতা কি, মোৰ ভয়ংকৰ যাত্ৰাৰ সংগী আৰু কোন অথবা নিজৰ
সীমাৱদ্ধতা ; মই মোৰ অবয়ৱ ভাঙি ওলাই আহোঁ, বা জীয়াই জীয়াই
গোটেই মানুহটো মাটিৰ তললৈ সোমাই যাওঁ, মাটিৰ তলত
মই গোটেই মানুহটো, মাটি মোৰ গাৰ কাষত, আকাশ-পাতাল
মোৰ চাৰিওফালে মাটি, মাটি মোৰ লুভীয়া জিভাত ।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

# মৃত্যু

ফাগুনাকাইলৈ চাই মোৰ আগ-চোতালৰ দোঁ-খোৱা থল-পদ্মজোপাৰ ডালতে মৰহা মলিন বোকা বৰণীয়া ফুলখিনিলৈ মনত পৰিল। সেইবোৰো এতিয়া লুইতৰ দাঁতিৰ পাহাৰ বগাই অহা শীতল আৰু ক'লা আন্ধাৰে ঢাকি পেলাওঁ পেলাওঁ।

জীৰ্ণ বাঁহৰ জপনাখন খুলি ফাগুনাক সোমাই অহা দেখি মই বিৰক্ত হৈ কলোঁ—"তুমি এই ঠাণ্ডাত আহিলা কিয় ? ডাক্তৰে কি কৈছিলে মনত নাই ?"

"ডাক্‌দৰৰ কথা থ'ক বাবু, গোসাঁয়ে নাৰাখিলে আনে ৰাখিব নোৱাৰে।" ফাগুনাই অলপ পৰ কাহিলে, তাৰ পিছত কলে, "বাবু, দাখন দিব পাৰে নে ?"

"দাৰে কি কৰাগৈ ?"

" 'চুপা'ৰ দুৱৰাবাবু গ'ল, বাবু। কোনো নাই, মই বাঁহ কাটি চাঙী কৰি দিব লগা হ'ল।"

"দুৱৰা ?" মই আচৰিত হলোঁ। "একোতো গম নাপালোঁ।"

"পাব কেনেকৈ ? ময়ে পোৱা নাছিলোঁ।"

মই লাহেকৈ উঠি ভিতৰলৈ গৈ দাখন আনি ফাগুনাৰ হাতত দিলোঁ। আমাৰ কাৰো মুখত কথা নোলাল।

ফাগুনাই দাখন লৈ সুধিলে, "আপুনি আহিব নে ?"

"গৈছোঁ, ব'লা।"

ফাগুনাৰ দেহটো মনিবপৰা জোখাৰে পোহৰৰ জিলিঙনি তেতিয়াও পৃথিৱীত আছিল। ফাগুনাৰ ফানটিযোৰে চটপ্ চটপ্ শব্দ কৰি গৈছিল। বগা ঘন দাড়িৰে সোপোৰা ফাগুনাৰ দীঘলীয়া চৰ্মসাৰ গাল দুখনৰ এখন বনৰীয়া উলুৱনি। অলপতে

মোলৈ চাওঁতে মন কৰিছিলোঁ উখহা চেলাউৰিৰ চালৰ তলত কড়ি-চানেকীয়া বিৱৰ্ণ চকুহালিয়ে পানীৰপৰা পাৰত পৰা মাছৰ দৰে চৰ্‌ফৰাইছে। আধাপকা উঠঙা-উঠঙি চুলিবোৰে উশৃঙ্খল জুমৰ দৰে মদমত্ত হৈ ঈশ্বৰৰ ওচৰত মৃত্যুৰ বিৰুদ্ধে যেন গোচৰ দিবলৈ ওলাইছে। শুকান পোলোঙা বাঁহৰ দৰে দেহটো ঘটিকাৰপৰা ফান্দনিলৈকে থৰক্-বৰক্ ; ফানটিবোৰৰ ওপৰত চালফটা ভৰিহালি আৰু উখহা সৰু গাঠিটো শুকান পাতৰ দৰে খৰ্‌খৰীয়া। কান্ধৰপৰা কঁকাললৈকে বৈ পৰা খাকী, মলিয়ন, আনৰপৰা সাধি অনা পুৰণি ক'লা গৰম কোটটোৱে পুহমহীয়া জাৰৰপৰা দেহ ৰক্ষা কৰিছে। আঁঠুৰ ঈষৎ তললৈকে কঁকালৰপৰা ওলমি থকা বোকাবৰণীয়া বিসদৃশ ধুতীখনে অপ্ৰয়াসে লাজ ঢাকিছে। উলঙ্গ কলাফুল দুটা মৰহি টোটোৰা পৰিছে আৰু হাড়বোৰ শুকান খৰিৰ দৰে জিলিকিছে।

মই নিজৰ শোৱা কোঠালৈ গলোঁ আৰু অভাৰকোটটো পিন্ধি ওলাই আহিলোঁ। হঠাতে মালতী ওলাই আহি চ'ৰা-ঘৰতে কলে, "চাহ হৈ আছে, নাখায় জানো।"

ভোক লাগিছিল। বিনা সোধে মই চ'ৰা-ঘৰৰ চ'ফাখনতে বহিলোঁ। মালতীয়ে ভিতৰলৈ গৈ এখন সৰু পান্‌ধোৱাত দুটা ঘিলা পিঠা আৰু ভজা কাঠ আলুৰ চকল সৰু চাপৰ মেজখনত থলে। লগতে ধোঁৱা বলি থকা চাহ একাপ। তাৰ পিছত তেওঁ বিজুলী-চাকিটো জ্বলাই দিলে।

ভোগালীবিহু সংকুচিত হৈ আহি এই নিমাষিত ভোজনতে ক্ষীণভাৱে প্ৰকাশ পাইছিল। উৰুকাৰ মেজি বা ভেলাঘৰ আমাৰ চুবুৰীত নাই ; ভোজ, উজাগৰ নিশাৰ ৰং-ধেমালি, বিহুৰ পুৱাৰ মেজি এইবোৰ কোন যুগতে যেন এৰি থৈ আহিলোঁ।

হুমুনিয়াহ পেলাই লাহে লাহে চাহ খাবলৈ ধৰিলেঁ। মালতীয়ে কলে, "শ্মশানলৈ নাযাব। আপোনাৰ বুকুৰ বিষটো উকাব পাৰে।"

"চুবুৰীয়া হৈ নগলে বেয়া হব।"

মালতীয়ে প্ৰসঙ্গটো সলাই কলে, "দিনৰ চাৰি বজাতে ঢুকালে। মই গৈ আহিলোঁগৈ।"

মই আচৰিত নহলোঁ। দুৱৰাৰ ঘৰত মানসিক বিকাৰ-গ্ৰস্ত ঘৈণীয়েকৰ বাহিৰে কোনো নাথাকে। ফাগুনাই তেওঁৰ একমাত্ৰ লগ। মালতী ভিতৰত থাকিলেও চুবুৰীৰ সকলোৰে খবৰ নিয়মিতভাৱে ৰাখে।

"খবৰ-খাবাৰ দিলে নে ?"

"দিছে বোধহয়।" মালতীয়ে বিষণ্ণ হাঁহি এটি মাৰি কলে। "মোক নগাঁও আৰু ধুবুৰীলৈ দুটা খবৰ দিবলৈ কৈছিল—"

"কোনে ?"

মালতী বিমোৰত পৰিল। অলপ বৈ কলে, "মধুলেখাই।" অলপ বৈ তেওঁ ভাঙি-পাতি কবলৈ চেষ্টা কৰিলে, "মধুলেখাই মোক দেখি কলে, তেওঁলোকৰ ফোনটো হেনো বেয়া, সেই দুটা নম্বৰত ফোন কৰিবলৈ কলে।"

"অঁ।" মই চাহ খাই শেষ কৰি লাহে লাহে খোজ কাঢ়ি গৈ দুৱৰাৰ পদূলি ওলালোঁগৈ।

পদূলিৰ মুখতে ফাগুনাই একুৰা জুই ধৰিছে, ফলা কাঠেৰে। মানুহ কেইজন-মানে থিয় হৈ জুই ফুৱাইছে। জুইকুৰা বঢ়াই দি ময়ো সুৰুঙা চাই থিয় হলোঁ। মানুহ কেইজনমানে মোতকৈ আগতে আহিছে যদিও খৰি দিয়াৰ বিশেষ যো-জা তেতিয়াও দেখা নাছিলোঁ। ফাগুনাই উপযাচি কলে, "বাঁহ আনিলোঁ। কিন্তু খৰি দিয়াৰ কাম জনা মানুহজন অহা নাই—"

এজনে কলে, "ডাঙৰ ল'ৰাজনো পোৱাহি নাই, বামুণো নাই পোৱা। কালিলৈ পুৱালৈ থোৱাহে ভাল হব। এতিয়া যো-জা কৰি খৰি দিয়ে মানে মাজৰাতি পাৰ হৈ যাব।"

"সেইটো ভাল নহব। আজিয়েই ব্যৱস্থা কৰিব লাগিব।"

মই মাতটো শুনি মানুহজনৰ চেহেৰালৈ চালোঁ। ঠিকেই হাজৰিকা। আমি ইজনে সিজনক হাঁহি সম্ভাষণ জনালোঁ। হাজৰিকা দুৱৰাৰ দূৰসম্পৰ্কীয়া জ্ঞাতি; কিন্তু তেওঁক আমি সকলোৱে নিৰ্মম বস্তুবাদী বুলিয়েই জানো।

মই অলপ পৰ জুই ফুৱাই নিশব্দে দুৱৰাৰ ঘৰলৈ সোমাই গলোঁ। কেইগৰাকী-মান চুবুৰীৰ তিৰোতাই স্থিৰ চিত্ৰৰ দৰে বাৰাণ্ডাত থিয় হৈ নিৰ্বিকাৰভাৱে বৈ আছিল। জনশূন্য চ'ৰা-ঘৰটো পাৰ হৈ মৃতকৰ কোঠাত সোমাই বৈ গলোঁ। উকা কোঠাটোত দীঘল দি পৰি থকা মৰাশটো এখন বগা কাপোৰেৰে ঢাকি থোৱা আছে। ভৰিপঠানত কাপোৰেৰে মুখ ঢাকি মধুলেখাই নিশব্দে কান্দিছে। ওচৰৰ মেজখনত কাঁহী-বাটি এযোৰ সজোৱা আছে। ওচৰৰ কোঠাৰ দুৱাৰখন আধাখোলা। কোঠাটো অন্ধকাৰ। তাত দুৱৰাৰ মানসিক বিকাৰগ্ৰস্ত পত্নীয়ে ভোৰভোৰ্কৈ কিবা বকি আছে।

আৰু কোনো নাই।

উভতি আহি পুনৰ জুইৰ ওচৰত থিয় হলোঁ। ইতিমধ্যে খৰি দিয়া মানুহজন পাইছেহি। তেওঁ দিয়া জোখ মতে ফাগুনাই বাঁহ কাটিছে। কৰ্কশ শব্দ।

তেনেতে এজনে কলে, "জোঁৱায়েকে খৰি দিয়াৰ বস্তুবোৰ কিনিবলৈ কুঞ্জঠাকুৰৰ দোকানলৈ গৈছে। জাগীৰোডত থকা পুতেকজন বাছত আহি আছে। বামুণ পোৱা হোৱা নাই। কালিলৈ সৎকাৰ কৰিলে কেনে হয়?"

হাজৰিকাই জুইত হাত সেকি সেকি কলে, "খৰি আজিয়েই দিব লাগিব।" চুবুৰীয়া মানুহবোৰে কোনো প্ৰতিবাদ নকৰিলে। এনেতে এখন জীপৰ শব্দ শুনা গ'ল। ফাগুনাই চাঙীখন সাজি ঘৰৰ পাছ চোতালৰ ফালে লৈ গ'ল। জীপখন নীৰৱ হৈ ৰ'লহি। খৰি দিয়া মানুহজনৰ সৈতে জীপ-আৰোহীজন খৰখোজেৰে ভিতৰ সোমাল। অলপ পিছত দুৱৰাৰ সৰু ল'ৰাটিয়ে জাগীৰোডৰপৰা অহা ভায়েকৰ লগত নীৰৱে খোজ কাঢ়ি ঘৰটোলৈ খোজ ললে।

আমাৰ লগৰে এজনে কলে, "খৰি দিয়া বস্তু আহিল। ডাঙৰ পুতেক নাপালেহি। বামুণৰো দেখাদেখি নাই।"

হাজৰিকাই কলে, "নাই, নাই। তথাপি শ থৈ দিব নোৱাৰি। মুখাগ্নি যেই সেই এটাই কৰিব পাৰিব। আৰু বামুণ নহলেও হানি নাই।"

আমাৰ চুবুৰীয়াজনে অবাক হৈ হাজৰিকাৰ মুখলৈ চাই কলে, "তেনেহলে মন্ত্ৰ গাব কোনে?"

"নাগালেও একো হানি নহয়।" হাজৰিকাই কলে, "সেই মন্ত্ৰবোৰত একো নাই। অকল মন্ত্ৰতে নহয় পিণ্ড দান, শ্ৰাদ্ধ এইবোৰো অন্ধ বিশ্বাস।" হাজৰিকাই নিজে বাপেক মৰোঁতে এইবোৰ কৰা নাই, সেইবোৰত তেওঁৰ বিন্দুমাত্ৰও আস্থা নাই।

চুবুৰীয়াজনৰ মুখ বন্ধ হৈ গ'ল। তেওঁ সমৰ্থনো নকৰিলে, প্ৰতিবাদো নকৰিলে। বৰুৱাৰ ল'ৰাহঁতে যি কৰে, তাতে তেওঁ ৰাজী হব এনে ভাব। কাৰণ এইটোৰ বিষয়ে তেওঁৰ মূৰ ঘমাবৰ প্ৰয়োজন নাই। এইটো দুৱৰাৰ পৰিয়ালৰহে বিবেচনাৰ কথা।

অলপ পৰৰ পিছত চাঙীত-বান্ধি শটো উলিয়াই আনি সন্তৰ্পণে জীপত ভৰোৱা হ'ল। আমি জুই ফুৱাই থিয় দি চাই ৰ'লোঁ। কাৰো চকুত এফোটা কান্দোন নোলাল। নীৰৱে সকলোৱে আন কাম কৰাদি কৰি গ'ল। আমি চাই ৰ'লোঁ। খৰি দিয়া মানুহজন জীপত বহিল আৰু বাকীকেইজন সম্পৰ্কীয় লোক আন এখন অদূৰত থৈ দিয়া মটৰত উঠিলগৈ।

জীপখন চলোৱাৰ লগে লগে আমাৰ কথা-বতৰা বন্ধ হ'ল। হাজৰিকাই ঘৰৰপৰা ওলাই অহা ঘৈণীয়েকক লৈ যাবলৈ ওলাল। আৰু দুই এগৰাকী মানুহ এখন গাড়ীত আহি সেইখিনি পাইছিলহি। তেওঁলোক ভিতৰলৈ সোমাই গ'ল।

জীপখন চলি যোৱাৰ লগে লগে বাকীকেইখন গাড়ীও চলিল। ভেবা লাগি দুৱৰাৰ শটো চাই থাকোঁতে হাজৰিকাই সপৰিয়ালে কোন মুহূৰ্তত নো গৈ অদূৰৰ মটৰ এখনত সোমালগৈ তাক ধৰিব নোৱাৰিলোঁ।

অলপ পৰৰ ভিতৰতে চুবুৰীয়াসকলো এজন এজনকৈ গৈ নিঃশেষ হ'ল। মই মাথোন জুইকুৰাৰ গুৰিত নীৰৱে ভাবনিমগ্ন হৈ থিয় দি ৰ'লোঁ। দুৱৰাৰ চ'ৰা-ঘৰত, বাৰাণ্ডাত, ঘৈণীয়েকৰ কোঠাত লাইট জ্বলি আছে। এফোটা কান্দোন নাই। দুৱৰাৰ শেষ যাত্ৰা উকা হ'ল। মই মাত লগাওঁ বুলি চ'ৰা-ঘৰৰ ভিতৰলৈ সোমাই গলোঁ। শূন্য কোঠা। ক'তো দুৱৰাৰ ফটগ্ৰাফ এখনো নাই। চ'ফাবোৰ দেখিলে ভাব হয় যেন তেওঁ ভিতৰতে আছে, এতিয়াই লাখুটিডালত খুপি খুপি উদ্ফাই বেমাৰটো বুকুত বান্ধি লৈ বহি বহি। কিন্তু চ'ফাবোৰ উদাসীন। বেৰত দুটা জেঠিয়ে স্তব্ধ হৈ এটা পোক ধৰিবলৈ ছল চাইছে। দুৱৰাৰ কোঠাটোলৈ সোমাই গলোঁ। বিছনাখন খালী। শুদা তক্তাবোৰ ওলাই আছে। মেজৰ কাঁহী-বাটিযোৰ একেদৰেই পৰি আছে। কোঠাটো জনশূন্য। ওচৰৰ কোঠাটোত কানিদুৱৰীকৈ মেলা দুৱাৰখন। ভিতৰৰপৰা ঘৈণীয়েকৰ ভোৰ্ভোৰণি অলপ অলপ শুনা গৈছে।

মই ওলাই আহিলোঁ। আগফালেও কাকো নাপালোঁ। জুই কুৰা লাহে লাহে অঙঠাত পৰিণত হৈছে।

ঘৰত সোমাওঁতে গম পালোঁ মোৰ বুকুত এটা আঘাত লাগিছে। মালতীয়ে কলে, "বাথৰূমতে গৰম পানী থৈছোঁ, গা ধুবলৈ।" মই তাত সোমাই সাজ সোলোকালোঁ, গাটোত পানী ঢালিলোঁ। ওলাই আহি নতুন কাপোৰ পিন্ধি চ'ৰা-ঘৰত বহিলোঁ। দেখিলোঁ বেৰত দুটা জেঠিয়ে এটা পোক ধৰিবলৈ স্তব্ধ হৈ চাই আছে। খোলা দুৱাৰখনেদি কোনোবা যেন আহিছে, মোৰ ওচৰত বহিছে,- কথা কৈছে।

মই উঠি কেউফালে চালোঁ। কোনো নাই। হঠাতে জপনা খোলাৰ শব্দ হ'ল। দেখিলোঁ ফাগুনা। দাখন দিবলৈ আহিছে।

দাখন থৈ ফাগুনা যাবলৈ ওলাল। মই কলোঁ, "ফাগুনা তুমি কিবা এটা খাই যোৱা।" ফাগুনা ৰ'ল। এটা মূঢ়া টানি মোৰ ওচৰত বহিলহি। মই মালতীক চিঞৰি দুকাপ চাহ আনিবলৈ কলোঁ। মুখামুখি হৈ দুয়ো কিছুপৰ দুয়োকো চাই ৰলোঁ। মই দেখিলোঁ ফাগুনাৰ চকু দুটা খুব ঢুলঢুলীয়া পৰিছে। মুখখন চাই ধৰিবৰ সাধ্য নাই ফাগুনাৰ চকু ঢুলঢুলীয়া পৰাৰ কাৰণ বেমাৰ নে বেজাৰ। মুখ চাই বুঢ়া মানুহবোৰৰ ভিতৰলৈ সোমোৱা বৰ টান। আজি মোৰ ফাগুনাৰ প্ৰতি গভীৰ সমবেদনা হৈছিল, কিয়নো দুৱৰাৰ ঘৰখনৰ মানুহবোৰতকৈ তেওঁহে যেন দুৱৰাৰ বিচ্ছেদ অধিক অনুভৱ কৰিছিল, এনে অনুভৱ হৈছিল।

ফাগুনাই হুমুনিয়াহ চাৰি কলে, "আপোনালোক ডাঙৰ জনাবুজা মানুহ। সেই

দেখি কথা কবলৈ ভয় লাগে। কিন্তু আপোনালোকে মানুহটোৰ ঠিক মতে সৎকাৰ কৰিবলৈ ধৰিব লাগিছিল।"

মই কলোঁ, "ঠিক মতে কৰিলেও যেই, নকৰিলেও সেই। কি আহে-যায় কোৱা ?

ফাগুনাৰ মুখত বিৰক্তি ফুটি উঠিল, কলে, "বুকুত হাত দি কব পাৰোঁ বাবু, ভগৱান আছে, আমাৰ ক'ঠালকুছিৰ 'চুপা'ৰ গোপালৰ থান দেখা হলে বুজিলেহেঁতেন ভগৱানৰ কৰ্ম নকৰিলে কি হয়। কৃষ্ণ ভট্টাচাৰ্য বৰ পণ্ডিত আছিল, গোপালৰ মূৰ্তিটো লাঠীৰে লাৰি দিছিল। দহ দিনৰ ভিতৰতে জ্বৰ হৈ মৰিল। দুৱৰাই ভগৱানক মানিছিল, বাবু, তেওঁ জানিছিল এনে হব বুলি।"

মই দেখিলোঁ ভগৱানৰ অৱমাননাত ফাগুনা যিমান বিচলিত, দুৱৰাৰ শোকত সিমান নহয়। বুঢ়াই মোক কেইবাদিনো কৈছে, দেহৰ মৃত্যু হলেও জীৱৰ মৃত্যু নাই। সি বোলে আকৌ ওপজে। কাজেই শোক কৰিব নাপায়। ৰমণী পণ্ডিতে হেনো কৈছে, মৰণত শোক কৰাটো মূৰ্খৰ কাম।

মোৰ কিন্তু দৃঢ় বিশ্বাস দেহৰ লগতে আত্মাও মৰে। ব্ৰাহ্মণ বা পুৰোহিত কোনেও আত্মাক ঘূৰাই আনিব বা জীয়াই ৰাখিব নোৱাৰে। গতিকে হাঁহি মই কলোঁ,— "সৎকাৰ তেওঁলোকে যেনেকৈ ভাল দেখে কৰক। মই হাক দিবলৈ নাযাওঁ।"

মালতীয়ে চাহ আৰু ৰুটি দুখন আনি ফাগুনাৰ ওচৰত থৈ মোৰ ফালে চাই কলে, আপুনি আত্মাৰ কথা পাতিব নে ভাত খাব ?

মই কলোঁ—ভাত লাহে লাহে খাম।

মালতী হঠাতে আহি মোৰ কাষত বহিলহি। ফাগুনা হঠাতে থিয় হ'ল। ফাগুনাই কলে,—বাবু মোৰ খাবৰ মন নাইকিয়া হ'ল।

আচৰিত হৈ সুধিলোঁ—কিয় ? বেয়া পাইছা নে কি ? খোৱা। —মালতীয়েও টানি ধৰাত ফাগুনা বহিল। পেটত ভোক আছিল। গতিকে ৰুটি আৰু চাহ খালে। খোৱা শেষ হোৱাৰ পিছত তেওঁ কলে,—দুৱৰাক এবাৰ আমাৰ 'চুপা'ৰ দোমাহীলৈ লৈ গৈছিলোঁ। তেতিয়া দুৱৰাৰ গাড়ী আছিল, ৰিটায়াৰ কৰা নাই। কিন্তু ডাঙৰ ল'ৰাটোৱে ঘৰ এৰি থৈ গৈ নগা নে খাছীয়া ছোৱালী বিয়া কৰাইছিল। সেইপিনে টুৰ আছিল, মোক লৈ গ'ল, নগদ ৫০ টকা দি সাষ্টাঙ্গে গোপালক প্ৰণিপাত কৰি কলে—গোসাঁই, ধৰ্ম:ধৰাৰ ভাৰ তোমাৰ। দ্বিতীয় ল'ৰাটোৰ মতি-গতি ভাল হ'ল। অকল সেয়ে নহয় হাজৰিকাৰ দেউতাক মন্ত্ৰী হ'লত তাৰ ইঞ্জিনিয়াৰ কাম হ'ল, জীয়েকজনীৰ ভাল দৰা ওলাল, ঘৰ হ'ল। যেতিয়া ঘৈণীয়েক পগলাৰ দৰে হ'ল, তেতিয়াও কৈছিল,—ফাগুনা বলা, আৰু এবাৰ তোমাৰ

গোপালক সেৱা কৰি আছোঁ। পিছে কি হব পাটীৰপৰাই উঠিব নোৱাৰা হ'ল। আজি মৰাৰ দুঘণ্টাৰ আগতে মোক কলে, মোৰ দোষ হ'ল ফাগুনা, গোপালৰ তাৰৈ যোৱা নহ'ল, তুমি এখন ঠগি দি দিবা মোৰ হৈ। টকা ৩০ টা দিলে, জেপতে আছে। ভাবিছোঁ কাইলৈ দোমাহী, পুৱাৰ বাছত গলে পূজাৰ সময়তে থান পামগৈ। গোপালে তেওঁক পৰকালতো সদ্গতি কৰক।

এই সৰল অকপট বিশ্বাসে মালতীক যিমান মুগ্ধ কৰিলে, মোক সিমান বিৰক্ত কৰিলে। গ্রাম্য বিশ্বাসবোৰৰ চালিকা-শক্তিৰূপে যি জন্মান্তৰবাদ আৰু ঈশ্বৰবাদী দৰ্শন বিদ্যমান, সেই দৰ্শনকে মই মনে-চিত্তে গ্রহণ কৰিব পৰা নাই ; কাজেই দুৱৰাৰ জীৱন আজি চাৰিবজাত শেষ হ'ল বুলি মোৰ ধাৰণা, তেওঁৰ আত্মাৰ সদ্গতিৰ বাবে কৰা ঔৰ্ধ্বদৈহিক কাৰ্য সংস্কাৰজাত কৰ্মৰ বাহিৰে একো নহয়। সেই বাবেই দুৱৰাৰ মৃত্যুত মোৰ ইমান শোক লাগিছে। বিৰক্তিত মই কলোঁ—সেইবোৰ কৰাতকৈ তুমি দৰব খাই গাটো ভাল কৰা। যি কেইদিন জীয়াই থাকা, কাম কৰিম বুলি জীয়াই থাকা।

ফাগুনা উত্তেজিত হ'ল, মূঢ়াৰপৰা উঠি কলে—আপুনি বাবু অদৃষ্ট নামানে। কাম কিমান কৰিলোঁ, অদৃষ্ট বেয়া, একো নহ'ল। আমাৰ গাঁৱৰ 'চুপা'ৰ নৰেন ভটাচাৰ্য, গণেশ কাকতী, উজ্জ্বল বৰুৱা—চহৰৰ ডাঙৰ মানুহ হ'ল। আমি বাবু নঙঠাৰেপৰা একেলগে খেলা, একেলগে পাট্‌চলাত পঢ়া। চহৰলৈ অহাৰ পিছত মোৰ পঢ়া গ'ল, দোকান দিলোঁ, লাইচেন্স নাপাই এৰি দিব লগা হ'ল, ডেভলেপ্‌মেন্টৰ মাষ্টাৰ ৰ'লত সোমালোঁ, ডেভেলেপ্‌মেন্টেই বন্ধ হৈ গ'ল। এতিয়া দিন মজুৰ। ঘৰত মাটি আছিল, আতাৰ দিনত চাৰিটা ভঁৰাল ভৰি যায়। এতিয়া মাটিৰ আধা ককায়ে বেচি দিলে—বাকী আধা সিয়ে খাইছে। আতাৰি নহলোঁ মাইৰ মুখলৈ চাই। মৰিবৰ সময়ত মায়ে দুইটাৰে হাত লগ লগাই দি কলে—ঐ ফাগুনা ইয়াক তই নেৰিবি। বিয়া কৰিলোঁ, ল'ৰা-ছোৱালী সকলো মৰিল। শেহত গোপালৰ দয়া হ'ল, এজনী ছোৱালী বৈছে। কিন্তু কি হব গা হ'ল বেমাৰী, ইয়াত নাই ধন, ঘৰত নাই মাটি। অদৃষ্ট নহয় কিনো বাবু ? আপোনালোকৰ ধন হৈছে, মান হৈছে ; সেই কাৰণে ওভোতা কথা কলেও ৰজে। আমাৰ বোৰ অথলে যায়।

থৰক্-বৰক্ খোজেৰে ফাগুনা গৈ দুৱাৰমুখ পালেগৈ। মালতীয়ে তেতিয়া গম্ভীৰভাৱেৰে উঠি গৈ ফাগুনাক মৰম-সনা মাতেৰে কলে—"ফাগুনা, তুমি এইবোৰ কথাত লাগিব লাগে নে ? আহা, মই তামোল আনো, খোৱাহি।"

কিন্তু ফাগুনা নাহিল।

ফাগুনা গুচি যোৱাৰ পিছত মই আধা অনুতাপ আৰু আধা বেজাৰত কিছু সময়

মৌন হৈ আছিলোঁ। মালতী মোৰ লগত খন্তেক আছিল, কিন্তু ফাগুনাৰ বিশ্বাসত আঘাত কৰি প্ৰকাৰান্তৰে তেওঁকো যে আহত কৰিছিলোঁ সেই বিষয়ে মই সচেতন আছিলোঁ। মই ওলাই গলোঁ। নৈৰ পাৰে পাৰে কিছুপৰ ফুৰি যেতিয়া মুকলি বতাহ আৰু প্ৰকৃতিৰ স্পৰ্শত মনলৈ সাম্য ভাব ঘূৰি আহিল, তেতিয়া ঘৰলৈ ঘূৰি আহিলোঁ। ৰাতি খাই-বৈ শোওঁতে সেইদিনা বহুত বেলি হ'ল।

পিছদিনা চাহ খাওঁতে মালতীয়ে কলে,—ফাগুনাৰ বৰ জ্বৰ, মই ফোনেৰে বিমান ফুকনক মাতি পঠাইছোঁ। তেওঁ ইয়ালৈ আহিব নোৱাৰে, লৈ যাব লাগিব।

মই চাহ খাই অট'ৰিক্সা এখন মাতিলোঁ আৰু ফাগুনাৰ ঘৰলৈ গলোঁ। ঘৰ মানে চৰকাৰৰ মাটি বেদখল কৰি সজা পঁজাঘৰ। বাঁহৰ দুৱাৰখনত ঢকিয়াই 'ফাগুনা' বুলি মাত লগালত, এজনী মাইকী মানুহ ওলাই আহিল।

ফাগুনাক মোৰ লগত আহিবলৈ কলোঁ। কিন্তু মানুহটোৰ গা অৱশ। মোক দেখি কলে, "কালি এই নহা হলে কিজানি ৰাতিয়েই মৰিলোহেঁতেন। চাঙী সাজোঁতে বাৰুকৈয়ে জ্বৰ আছিল। ঘৰত আহি দেখো গা ইঞ্জিনৰ দৰে তপত।"

মানুহজনী যে ঘৈণীয়েক তাক বুজি পালেঁা। তাই উপযাচি কলে, "আমাৰ চুপাৰ দণ্ডিৰামে গৈ কালি কলেগৈ, কোৱাৰেপৰা মোৰ চিন্তা হ'ল বাবু। টিলৌ বাপুৰে গোসাঁই ধুৱাওঁতে শুনি কলে—যা, দোমাহী বাদ দে, ফাগুনাৰ ৰাহুৰ দশা পৰিছে। সাৱধানে থকা ভাল, এই নিৰ্মালি দিবি। বুকুত বান্ধি লৈ আহিছেঁা।"

ফাগুনা এইবাৰ কেকাই-জেকাই উঠি বহিল, তাৰ পিছত কলে,—সঁচা কথা কৈছোঁ বাবু, এই নিৰ্মালি পাত মূৰত লবৰেপৰা গাটো থিৰ হ'ল।"

এইবোৰ অন্ধবিশ্বাসৰ কথা শুনি মোৰ অসহ্য হৈছিল, কিন্তু ইতিমধ্যে মোৰ ধাৰণা হৈছিল চিকিৎসা আৰু ধনৰ অভাৱত ভোগা এই সৰল মানুহবোৰৰ বেমাৰৰ নিৰাপত্তা দান কৰা এই গোপালজনে গাঁৱলীয়া সমাজত অত দিনে ডাক্তৰৰ স্থানেই পূৰণ কৰি আহিছে। অৱশ্যে ডাক্তৰ হিচাপেহে গোপাল সিমান নিৰ্ভৰযোগ্য নহয়।

একৰকম বলেৰেই ফাগুনাক অট'ৰিক্সাত বহুৱাই বিমান ফুকনৰ ওচৰলৈ আনিলোঁ। বিমান ফুকনে পৰীক্ষা কৰি চাই কলে—নিউমোনিয়াৰ লক্ষণ। দৰবৰ সৈতে পুনৰ যেতিয়া ফাগুনাক লৈ তাৰ ঘৰলৈ ঘূৰি আহিলোঁ, তেতিয়া দেখিছোঁ ফাগুনাই গোপালৰ অফুৰন্ত মহিমা বৰ্ণাইছে। অপুত্ৰকৰ পুত্ৰ, নিৰ্ধনীৰ ধন, বেমাৰীৰ আৰোগ্য আৰু মৃতকৰ জীৱন—

মই নিজ ঘৰলৈ ঘূৰি আহি পুনৰ চ'ৰা-ঘৰত বহিলোঁহি। কিন্তু তাতো শান্তি নাপালোঁ। মনৰ কাৰাগাৰ এটাত সোমাই থকা যেন লাগিল। ওলাই গৈ লাহে লাহে আকৌ দুৱৰাৰ ঘৰ পালোঁগৈ ঘৰটোৰ একো পৰিবৰ্তনেই ঘটা নাই। এটা

বিৰাট শূন্যতা। চ'ৰা-ঘৰৰ দাঁতিতে থকা দুৱৰাৰ কোঠাটোও শূন্য। দুৱৰাণীৰ কোঠাটোৰ দুৱাৰ আগৰ দৰেই কাণিদুৱৰীকৈ মেলা। দুৱৰাণীয়ে ভোৰ্ ভোৰাই আছে।

সমবেদনা জনাবৰ বাবে মই কোঠাৰ দুৱাৰমুখত থিয় হলোঁগৈ। মানুহজনীৰ গাত প্ৰাচীন সম্ভ্ৰান্ত অসমীয়া মহিলাৰ সাজ উজ্জ্বল হৈ জিলিকিছে। কেঁচা সোণৰ দৰে উজ্জ্বল মেখেলা ভৰিৰ ফালে জিলিকিছে; গাৰ ওপৰছোৱা শুভ্ৰ বৰ কাপোৰ এখনেৰে ঢকা যদিও ডিঙিৰ তলত বিবিধ ৰঙৰ মণিৰে সিয়া কেতবোৰ মণি, দুটা বিৰিৰে শোভিত, অলঙ্কাৰ এধাৰ ওলমি আছে, সেন্দুৰীয়া বাখৰ-পতা দুগ্ দুগিখন কেঁচা সোণৰ ৰঙেৰে জিলমিলাইছে। দুগ্ দুগিখনে গৈ মুগাৰ ৰিহাৰ পটি চুইছেগৈ। আঁঠুৰ ওপৰত পৰি থকা হাত দুখনৰ গাঠিত ৰূপৰ গেজেৰা-লগোৱা দুপাট খাৰু। মুখৰ ফালে চকু তোলাৰ লগে লগে চকুত পৰিল কাণৰ লতিত ওলমি থকা বাখৰ-পতোৱা চিক্‌মিকীয়া ঠুৰীয়া। সুগোল শুভ্ৰ মুখমণ্ডলত স্তিমিত যৌৱনে জল্‌মলাইছে। পোহ লোৱা টেকেলিৰ মুখৰ দৈ গাখীৰৰ দৰে কোমল গাল দুখনত সুমথিৰাৰ বৰণ; নাকটো ঈষৎ বাওঁভজীয়া যদিও আগটো জোঙা। চকুহালি কলি পদুমৰ দৰে ধুনীয়া। হঠাতে চকুত পৰিল ওৰণিয়ে ঢাকিব নোৱাৰা উধনীয়া খোপাটো, সেওঁতাৰ শিৰৰ তীব্ৰ ৰঙা সেন্দুৰকণ আৰু কপালৰ সৰু জোনৰ দৰে জক্‌মকীয়া ফোঁটটি।

তেওঁ এখন চকীত বহি আছিল, আৰু অসংলগ্নভাৱে অহৰহ ভোৰভোৰাইছিল। মই কিবা কব খোজোঁতেই তেওঁ হঠাতে উদ্দীপ্ত হৈ কলে "জানিছোঁ, জানিছোঁ, মোৰ কপালৰ সেন্দুৰ, কাণ আৰু ডিঙিৰ অলঙ্কাৰ, এইবোৰ নিবলৈ আহিছে! নিদিওঁ, নিদিওঁ বুলিছোঁ নহয়......কিমান কষ্ট কৰি এইবোৰ ৰাখি আছোঁ......"। মই অবাক্ হৈ ওলাই আহিবলৈ ধৰোঁতেই নিশব্দে মধুলেখাক সোমাই অহা দেখিলোঁ, তাইৰ হাতত এজাপ টেলিগ্ৰাম। তাইৰ শৰীৰ পাতল বেঙুনীয়া বৰণটো মৃত্যুৰ শোকৰ লগত খাপ খোৱা নাছিল। দুৱৰাণীৰ আগত টেলিগ্ৰামবোৰ পেলাই দি মধুলেখা আকৌ উভতি আহিল। অনাত্মীয়তাজনিত উদাসীনতা চকুৰে-মুখে প্ৰকাশ পালে। দুৱৰাণীয়ে টেলিগ্ৰামবোৰ খুলিয়েই নাচালে। আকৌ কিবা ভোৰ্ ভোৰাবলৈ ধৰিলে।

শ্ৰাদ্ধৰ দিনা মই পুৱা চাহ খাবলৈ লৈছোঁ, এনেতে দা বিচাৰি ফাগুনা ওলালহি। বেমাৰে মানুহটোৰ মুখখন শুহি নিলে। মালতীয়ে তেওঁকো চাহ দিব খুজিলে; কিন্তু ফাগুনাই কলে, খাই আহিছে। ঘৈণীয়েক যোৱা নাই, ফাগুনাক এইবাৰ একেবাৰে লৈ যাবলৈ আহিছে। ঘৰৰ বাৰী আৰু মাটি অকল ককায়েকে ভোগ কৰি থাকিব, খুচি মতে তাক নোসোধাকৈ বেচিব আৰু ফাগুনাই চহৰত আধাপেটী

হৈ ৰ'ব, ই নিয়মৰ কথা হ'ব নোৱাৰে। খাবলৈ পালে পাব, নাপালে নাই, তেওঁ ঘৰৰ ভেটিত মানে-যহে থাকিব, গোপাল গোসাঁইক সেৱা কৰিব আৰু বাৰ মাহৰ তেৰ পৰবত ভাগ লব। দুটা মানুহ, এজনী ছোৱালী,—ঈশ্বৰে যেনে তেনে পেট ভৰাব। পাগলাদিয়াৰ বানপানীয়ে সকলোৰে মাটি ভেটি তল নিয়ায়, সিহঁতৰ নিনিয়ে। সেই সুচলৰ মাটি এৰি এই এৰানিখনত কি অমৃত ভোগ কৰিবলৈ আছেহি তাক তাই ধৰিব নোৱাৰে। এতিয়া বয়সো হৈ আহিছে। ইয়াত বেমাৰ এটা হলেও চাওঁতা নাই।

এইবোৰ কথা মোক মালতীয়ে কৈছে।

মই এটুকুৰা ৰুটি চোবাই সেৰেকা পালোঁ দেখি বেছি খাবৰ মন নগ'ল। আজিকালি কেতিয়াবা দুই সাজ ৰুটিকেই খাব লাগে। আমনি লাগে। তাতে কালি অনা ৰুটি পচা আছিল।

দা লৈ ফাগুনা বৈ থকা দেখি মই সুধিলোঁ, কি হ'ল ফাগুনা ?

—বাবু, মানুহজনীক কাইলৈ ঘৰলৈ পঠাব খুজিছোঁ, দুৱৰা বাবুৱে দিয়া টকা কেইটাও বেমাৰে-তেমাৰে খৰচ হ'ল। গোসাঁইৰ আগত ঠগি দিবলৈ তাইকে কৈছোঁ। পিছে, টকা ত্ৰিশটামান হব নে বাবু ?

মোৰ হাতত তেতিয়া ত্ৰিশ টকাহে নালাগে, পাতি পইচা এটাও নাছিল, বজাৰ খৰচৰ বাহিৰে। মই হাঁহি কলোঁ,—নাইহে এতিয়া।

—আনি দিব নোৱাৰে নে ক'ৰবাৰপৰা ?—তেওঁৰ মাতটোত এটা অনুনয়।

চাওঁ বাৰু,—মই কলোঁ।

ফাগুনাই এবাৰ কোটটোৰ বুটামত ধৰি কাহিলে, তাৰ পিছত খুব লাহে লাহে কলে, মই অহা মাহত দি দিম বাবু—

মই হাঁহিলোঁ, কলোঁ,—নালাগে কামকে কৰি দিবা।

—নহয় বাবু,—দুৱৰাৰ ঘৰৰ সৰু বাপাই দেখোন কৈছে মাহেকত ৬০ টকা দিব, ঘৰৰ চকীদাৰী কৰিব লাগে। তেওঁ ইয়ালৈ ট্ৰেন্সফাৰ হৈ আহিব খুজিছে লামডিঙৰপৰা—ৰেলৰ বৰ চাহাবে বোলে এতিয়াও দৰ্খাস্ত মঞ্জুৰ কৰা নাই। গতিকে দিন লাগিব। আহিলেও একো কথা নাই,—মোক ইয়াত ৬০ টকা লৈ চকীদাৰী কৰিবলৈ কৈছে।

কথাষাৰ কওঁতে ফাগুনাৰ কথাবোৰ গহীন হৈছিল। আমি হেজাৰটকীয়া চাকৰি এটা পালে যিমান বুকু ফিন্দাই কথা কম, ঠিক ফাগুনাই তেনেকৈয়ে কৈছে।

মালতীয়ে পাক ঘৰৰপৰাই ফাগুনাৰ কথা শুনি আছিল, শুভাকাঙ্ক্ষী হিচাপে আগ্ৰহত তেওঁ সুধিলে—বুঢ়ীৰ লগত তেওঁলোকৰ কোনোবা থাকিব নে নাথাকে !

ফাগুনাৰ কথাৰ সুৰ নৰম হ'ল, এতিয়া নাথাকে দিয়ক।

—তুমি জানো সেই পাগলী মানুহজনীক চম্ভালিব পাৰিবা? তাতকৈ ঘৈণীয়েৰাৰ সৈতে গাঁৱৰ ঘৰলৈকে যোৱা। শেষৰ দিন কেইটাত শান্তি পাবা।

ফাগুনা অসন্তুষ্ট হ'ল,—মোৰো লবৰ মন নাছিল আইদেউ, কিন্তু ডুৱৰা বাবুৰ মৰমৰ কথা মনত পৰি মান্তি হলোঁ আৰু। মানুহজনী সিমান পাগলী নহয় বাবু। কালিৰেপৰা খুব ভাল। অলঙ্কাৰ-পাতি খুলি থৈ শৰাধৰ কাম কৰিছে। খালি খুব কান্দিলে।

এই কথা কৈ ফাগুনা আৰু নৰ'ল, থৰক্বৰক্ খোজেৰে জপনাখন খুলি ওলাই গ'ল।

মালতীয়ে মোক এখন তামোল দিবলৈ আহি বিষণ্ণ মনে কলে,—এওঁ নাযায়। আমি যেনেকৈ চহৰ এৰিব নোখোজোঁ, ফাগুনায়ো নোখোজে। খাবলৈ নাপাই মৰিলেও ফাগুনা নাযায়। নগৰৰ মোহ বৰ ডাঙৰ।

মই তামোলখন মুখত ভৰাই কলোঁ—তিৰোতাৰ মোহতকৈও বেছি।

—যক্। —মালতীৰ মুখখন হাঁহিত সুমথিৰা টেঙাটো যেন হ'ল। অলপ দৰক লৈ কলে,—এইবোৰ ফাগুনাৰ আকাশ-কুসুম। বুঢ়ীৰ লগত এদিনো টিকিব নোৱাৰে।

কৈয়েই মালতী গা-ধোৱা ঘৰৰ ফালে খোজ ললে।

দুপৰীয়া বেলিকা ভাত খাই শ্ৰাদ্ধলৈ নাযাবলৈ ঠিক কৰি আলহী-দুলহী অহাৰ আগতে ডুৱৰাৰ ল'ৰাহঁতক দেখা এটা দি আহোঁ বুলি ওলাই গলোঁ। ৰভাতলত দেখিলোঁ, ফাগুনাই দাৰে খৰি ফালিছে, গাত তেতিয়া কোটটো নাই। হাজৰিকাই ডেকা ল'ৰা কেইটামানৰ আগত শ্ৰাদ্ধটো যে আদিম জনজাতীয় সমাজৰ অন্ধসংস্কাৰ-জনিত ক্ৰিয়া তাক বুজাই আছে। দীঘলচুলীয়া পেণ্ট-পৰিহিত ডেকা ল'ৰা কেইটাই আমোদ পাইছে, কিন্তু কথাটো মানি লৈছে নে নাই সন্দেহ।

মই অলপপৰ এমুৰীয়া চকী এখনত বহি ডুৱৰাৰ ল'ৰা কেইটাৰ লগত দৃষ্টি-বিনিময় কৰিলোঁ। ডাঙৰটো কিৰ্কিৰীয়া, মুখখন ডুৱৰাৰ দৰে, কিন্তু বিষণ্ণ। তেওঁ মোৰ লগতেই নালাগে কাৰো লগত হলিগলি কৰা নেদেখিলোঁ। সৰুটো পুতেকে মোক ভালদৰে সোধ-পোছ কৰিলে আৰু বটা এটাত তামোল আৰু মচলা আনিও যাচিলেহি। সেই সুযোগতে মই সমবেদনা প্ৰকাশ কৰি কলোঁ—দেউতাৰাই বয়স পালে, ঘৰখনো পাতি গ'ল; তোমালোককো মানুহ কৰিলে, উপযুক্ত কালতে শেষ বিদায় ললে। ল'ৰাটোৱে মূৰ দুপিয়াই শলাগিলে, কথা নাপাতিলে। মই দেখিলোঁ, ল'ৰাটোৰ মুখখন মোলান পৰি গৈছে।

উঠি আহিব খুজিছিলোঁ, এনেতে চ'ৰা-ঘৰৰপৰা মধুলেখাই চিঞৰি কোৱা কথা শুনিলোঁ 'তোৰপৰা মা আমাৰ কাৰো সুখ নহ'ল। অলপ চিঞৰ-বাখৰ হ'ল। ল'ৰাকেইটা ভিতৰলৈ সোমাই গ'ল। উদ্বিগ্ন চিত্তে হাজৰিকাকো উঠি যোৱা দেখিলোঁ। এনেতে মোৰ ওচৰত টোপোলা-টুপুলি লৈ যাবলৈ ওলোৱা পুৰোহিতজন থিয় হ'লহি। তেওঁ আমাৰো পুৰোহিত। মোক মাত লগাই থাওকতে তেওঁ কলে, বুঢ়ীৰ ঘৰ বিশ্বনাথৰ নাগেশ্বৰ দেৱালয়ৰ ওচৰত। তেওঁলোকৰ পূৰ্বপুৰুষে দেৱতাৰ ওচৰত জগৰ লগাইছিল, সেই বাবে পৰিয়ালটোৰ মানুহ বলিয়া হয়।

মই তেওঁৰ কথা মানি নললোঁ। পুৰোহিতজনে টোপোলা-টুপুলি লৈ লাহে লাহে পদূলিমুখৰ জপনা খুলিলেগৈ।

মই ফাগুনাৰ মুখলৈ চালোঁ। ফাগুনাই তল মূৰ কৰি মূৰে-কপালে হাত দি কিবা ভাবিছিল। মোৰ মুখলৈ চাবৰ সাহস তেওঁৰ হোৱা নাছিল।

চিঞৰ-বাখৰৰ মাজতো মই ঘৰখনত দেখিবলৈ পালোঁ সেই শূন্যতা আৰু নিৰানন্দ। দুৱৰাই ল'ৰাইঁতৰ বাবে তাকো এৰি থৈ গৈছে।

অলপ পৰৰ পিছত হাজৰিকা ওলাই আহিল। মোক দেখি পোনে পোনে মোৰ ওচৰলৈ আহি অলপ উত্তেজিত স্বৰেৰে কলে—মহাদেউৰ ওৰে জীৱন অশান্তিত গ'ল, বুজিছে। বুঢ়ীক মৰ্‌ফিয়া দিয়াই শুৱাই থৈ আহিছোঁ। মহাদেউক কিমান কলোঁ, বাঁচীলৈ নিয়কচোন এবাৰ। মই কোৱা ডেৰ কুৰি বছৰ হৈ গ'ল। মহাদেৱে কলে, চিকিৎসাই কাম নিদিয়ে, দেৱতাৰ দোষ! কি কৰিব অন্ধ সংস্কাৰে আমাৰ দেশখন খালে! বলক, ইয়াত মোৰ এখন্তেকো থাকিবৰ মন যোৱা নাই। বৰশীটো লৈ মাছকে ধৰোঁগৈ। মনটোত শান্তি আহিব।

তেওঁ দুটা চিগাৰেট উলিয়ালে। এটা মোক দি ইটো নিজে জ্বলালে। লাহে লাহে আমি লুইতৰ ফালে আগ বাঢ়িলোঁ। লুইতৰ পাৰ পালত হাজৰিকাই অদূৰৰ নিজা ঘৰলৈ গ'ল। বৰশীটো আনি নৈত পাতিলে।

মই কিছুপৰ ৰৈ; এটা কাম থকাত হাজৰিকাৰপৰা বিদায় লৈ পাণবজাৰৰ ফালে গলোঁ। ৰাতি ঘূৰি আহি মালতীক চ'ৰা-ঘৰতে বহি থকা পালোঁহি। ভাতৰ পাতত বহি দেখিলোঁ সুদা ভাত। মালতীয়ে কলে—ফাগুনাৰ ঘৈণীয়েক আহি বৰ দুখ কৰিলেহি। মই একো নামাতিলোঁ।

যোগেশ দাস

# অৰ্জুন হেৰাওঁতে

অলস উৎসুকতাৰে নিৰঞ্জন আৰু বিহাৰীলালে তাইৰ ফালে চাই আছিল। অৰ্জুন নামৰ ল'ৰাটো নোহোৱা হোৱা কথাটো অলপ ভালকৈ ৰাষ্ট্ৰ হৈ পৰিবৰ সময়ত তাৰ বায়েক সাৱিত্ৰীয়ে তেতিয়া আলিবাটৰ টেপ্‌টোত গা ধুই আছিল। এবাৰ মাত্ৰ শিলগুটি পেলোৱা ওখোৰা-মোখোৰা ৰাস্তা; আৰু তাৰ দুয়োকাষে পোত যোৱা কেঁচা নৰ্দমা। বহুতেই ঠাইসৰা আৰু বাৰী চাফ-চিকুণ কৰা জাবৰ-জোথৰ সেই দুটা নলাতে পেলায়, বহুত ল'ৰা-ছোৱালীৰ মুনিচুনি বেলিকাৰ মৰঙো সেয়েই। তথাপি সেইটোৱেই এই খণ্ড চহৰৰ আটাইতকৈ ভাল আলিবাট। বাকী দুয়ো ফালে ধেপেচা খেৰী ঘৰৰ পাছত ধেপেচা খেৰী ঘৰ, মাজে মাজে দুই-তিনি ফুটীয়া অলি-গলি, একোঘৰৰ পানী জমা হোৱা খাল, মাজে মাজে একোটা কেঁচা পায়খানা। সেইবোৰৰ মাজে মাজে অৰ্জুন আৰু সাৱিত্ৰীয়ে পিনপিনাই ঘূৰি ফুৰে। দিনৰ দিনটো সিহঁত ক'ত যে থাকেগৈ বিধৱা মাকে খবৰ নাৰাখে। কাৰণ মাকে সিহঁতক খুৱাবৰ কাৰণে নানান ধৰণৰ কাম বিচাৰি যাব লাগে। ল'ৰা-ছোৱালী হালক এৰি থৈয়ে যায়। সৰহীয়াকৈ হালধি বা পিঠা খুন্দা নাইবা মাটিগিৰি মানুহৰ ঘৰত ধান বনাৰ নিচিনা ডাঙৰ কাম থাকিলে মাকে পাটগাভৰু সাৱিত্ৰীকো লগত লৈ যায়। আঠ বছৰীয়া অৰ্জুনক হলে মাত্ৰ খোৱাৰ সুবিধা থাকিলেহে নিয়ে।

বৰষুণৰ দিনত চাপৰ ভেটিৰ ঘৰবিলাক প্ৰায়েই বুৰ যায়। মানুহবিলাক পিছে গাঁৱৰ বানপীড়িত মানুহৰ দৰে আন ঠাইলৈ আঁতৰি নাযায়। চাঙৰ ওপৰতে কটাই দিয়ে। ল'ৰা-ছোৱালীয়ে দুগুণ হৈ-চৈৰে আঠুৱনীয়া লেতেৰা পানীৰ ওপৰত খেদখেদাই ফুৰে। সেই সময়ত ৰাস্তাটো পানীৰে একাকাৰ হৈ পৰে। নৰ্দমা দুটাৰ একো কাম নোহোৱা হয়; গতিকে তাৰ সকলো আৱৰ্জনা আলিৰ মাজলৈ উটি আহে।

তেনেকুৱা আৱৰ্জনা শুকান দিনত চকুত নপৰাৰ দৰে এনেয়ে অৰ্জুনৰ নিচিনা ইয়াৰ ল'ৰাবোৰ কাৰো চকুত নপৰে। বাৰিষা পানী বাঢ়িলে চকুত পৰে, যেনেকৈ এতিয়া বিশেষ কাৰণত অৰ্জুনৰ খবৰ লব লগা হৈছে।

দুপৰীয়ালৈকে অৰ্জুনৰ খবৰ লব লগা হোৱা নাছিল। কাৰণ দুপৰীয়া মাকে কাম কৰা ঠাইৰপৰা ভাত অনাৰ কথা আছিল আৰু ঠিক সেইমতে মাক ভাতৰ টোপোলা লৈ অহাৰ অলপ পিছতে অৰ্জুন ক'ৰবাৰপৰা বাটলুগুটিটোৰ দৰে আহি ঘৰত হাজিৰ হৈছিল। তিনিও তিনিফালে বহি একেখন এনামেলৰ কাঁহীত ভাত খাইছিল, আৰু মাক আকৌ কাম কৰিবলৈ ওলাই যোৱাৰ আগতেই মহাব্যস্ত অৰ্জুন যে কেতিয়া ওলাই গ'ল মাক বা বায়েক কোনেও গমকে নাপালে। মাকে মাত্ৰ সাৱিত্ৰীক কৈ গৈছিল তাৰ ওপৰত অলপ চকু ৰাখিবলৈ, কিয়নো অলপতে ওপৰাওপৰিকৈ লগৰ ল'ৰাৰ লগত মৰামৰি কৰি সি সৰুসুৰাকৈ ঘাইল হৈ গৈছে। কিন্তু তাই হলে তেতিয়াৰেপৰা ভায়েকৰ খবৰ ৰখা নাছিল। তাই ঘৰৰ বন-বাৰী কৰি আৰু সমনীয়া ছোৱালীকেইজনীৰ লগত মেল মাৰি থাকি ভায়েকৰ কথা একেবাৰেই পাহৰি আছিল। মাকেহে কাম কৰা ঠাইৰপৰাই দুঘণ্টামান আগতে বস্তিৰে ল'ৰা এটাক লগ পাই কৈ পঠাইছিল অৰ্জুনৰ কথা সাৱিত্ৰীক সোঁৱৰাই দিবলৈ। তেতিয়া সাৱিত্ৰীয়ে ভায়েকক বিচাৰি-খোচাৰি চালে, কিন্তু ৰাস্তাৰ দুয়োফালে অলপ ভালকৈ চায়ো তাক কোনো সম্ভৱপৰ জাগাতে বিচাৰি নাপালে। তথাপি তাই সিমান চিন্তা নকৰিলে।

মাকে আকৌ কাম কৰাৰপৰা অলপ সোনকালে ছুটী পাই আহি হুলস্থুলখন লগাই দিলেহি। সাৱিত্ৰী তেতিয়া গামোছাৰ নামত দীঘলীয়া ফটা কাপোৰ এডোখৰ লৈ গা ধুবৰ মনেৰে ওলাই আহিছে। মাকক হেনো আকৌ কোনোবাই খবৰ দিলেগৈ যে অৰ্জুনক আজি বিচাৰি পোৱা নাই। মাকে আহি ঘৰত কাকো নাপাই উধাতু খাই ল'ৰা বিচাৰি ওলাল। কেইঘৰমান ফুৰোঁতেই কোনোবাই উপদেশ দিলে যে আজিকালি ল'ৰাক চকুৰ আগতে ৰখা ভাল, কাৰণ ল'ৰা ধৰি নিয়া কেবাটাও ঘটনা ওপৰাওপৰিকৈ অলপ দিনৰ ভিতৰতে হৈ গৈছে। ধৰি নিয়া মানুহে লজেন্সৰ লগত ঔষধ খুৱাই বেহুচ কৰি ক'লৈ নি কি কৰেগৈ পাত্তা নাই। দলং বনোৱাত কাটেগৈ বুলিও শুনা যায়, এবাৰ তেনেকুৱা ঘটনা এটা খবৰকাগজতো হেনো ছপা হৈছিল। তেতিয়া মাকৰ বেছি ভয় লাগিল। বেছি জোৰেৰে বিচাৰিবলৈ ধৰিলে। তেতিয়া বেছি মানুহে কথাটো জানিব পাৰিলে।

যিটো টেপৰ পানীৰে সাৱিত্ৰীয়ে গা ধুইছিল তাৰপৰা অলপমাত্ৰ আঁতৰত, টেপটোৰ ফালেই, এখন দোকান। টিনৰ এছলীয়া ঘৰটোত পতা বিহাৰীলাল

পাণ্ডেৰ এই মজলীয়া দোকানখনত সংসাৰত লগা কোনো বস্তুৰে অভাৱ নাই। পাণ্ডেই প্ৰথমতে তাত এখন পাণদোকান আৰম্ভ কৰিছিল। এতিয়া আঠ লোচা মাটি লীজত লৈ দোকান ডাঙৰ কৰিছে। পাণ-তামোল-বিড়ি-চিগাৰেট এতিয়াও বেচে। কিন্তু তাৰ উপৰি এই বস্তিৰ মানুহৰ হঠাৎ লাগিব পৰা প্ৰায় বস্তুকে দোকানত ৰাখিছে। সাৱিত্ৰীহঁতৰ হঠাৎ আৱশ্যক হোৱা মচুৰ দালি এপোৱা, নিমখ আধাসেৰ, শুকান জলকীয়া বা বংগুড়া অলপ, কেতিয়াবা আলু-পিঁয়াজ ইত্যাদি ইয়াৰপৰাই নিয়া হয়। কাৰণ চাউল প্ৰায়েই ইয়াৰপৰা নিব লগা হয়, আৰু ধাৰ কৰিয়ে নিব লাগে। সাৱিত্ৰীয়ে মাল নিবলৈ আহিলে বিহাৰীলালে আগৰ বাকীৰ কথা কৈ কৈ বহুত সময় ৰখাই থয়, কেতিয়াবা ইফাল-সিফাল কৰোঁতে কান্ধৰ ওচৰত টানকৈ টিপা মাৰি ধৰি "চাওঁ অলপ সিফালে যাচোন" বুলি আঁতৰাই দিয়ে। অৱশ্যে দেৰিকৈ হলেও লগা বস্তু নিদিয়াকৈ নাথাকে। এতিয়াও তাই গাধোৱালৈ পাণ্ডেই একান্তমনে বিড়ি হুপি হুপি চাই আছে আৰু চিগাৰেট কিনিবলৈ দোকানত সোমোৱা আৰু চিগাৰেট খাই থকা নিৰঞ্জনৰ লগত চকু কোঁচ খুৱাই খিকখিককৈ হাঁহি হাঁহি কিবা কথা পাতি আছে।

সাৱিত্ৰীয়ে বিহাৰীলাল আৰু নিৰঞ্জনৰ পিনে পিঠি দি ছিট কাপোৰৰ ফ্ৰকটো খুলি লৰালৰিকৈ কাপোৰখন গাত লৈ হুৰহুৰকৈ পানী পৰি থকা টেপটোৰ তলত বহি দিলে। পানী বঢ়াৰ জঞ্জাল এতিয়া গুচিছে যদিও গৰম বেছ আছে, গতিকে গা ধুই ভালেই লাগে। তাই অৱশ্যে এই দৰে আবেলি গা নোধোৱে। আজি বিশেষ কথা এটাত আবেলি ধুব লগা হ'ল। আবেলিৰ পানী আহিছে মাত্ৰ, বাল্টি লৈ মাইকী মানুহবোৰ জুম পাতেহিহে লাগে, তাৰ আগতেই গাটো ধুই যাব পাৰিলে ৰক্ষা। নহলে পানী নিবলৈ অহা মাইকী মানুহে গালি পাৰিব। কিন্তু তাতোকৈ অশান্তিৰ কথা হৈছে সৌ দোকানৰপৰা চাই থকা বদমাচ দুটাৰ কাৰণেহে। সিহঁতৰ চাৰিওটা চকুৱে তাইৰ পিঠি ফুটুৱাই দিয়া যেন লাগিছে। আজিকালি লাহে লাহে পাণ্ডে দোকানীৰ কথা-কাণ্ডবোৰ সাৱিত্ৰীৰ বুজা বুজা যেন লগা হৈছে। বাতি বাতি তাগাদাৰ ছলেৰে সি মাকক ৰিচাৰি যায়। মাকজনীৰ দুখত পৰিহে চিৰি-চেহেৰা বেয়া হৈছে, নহলে তেনে বয়স একো হোৱা নাই, এইয়া সাৱিত্ৰী আৰু অৰ্জুনহে ল'ৰা-ছোৱালী।

নিৰঞ্জনো সিহঁতৰ ঘৰলৈ যায়। মাকৰ লগত কথা পাতি থাকেগৈ। নিৰঞ্জনে চিমেণ্ট, ৰড আদি চুৰি মালৰ কাৰবাৰ কৰে। মদো অতিপাত খায়, সেইদেখি টকা থকা ডেকা যদিও তাক বস্তিৰ ছোৱালীবোৰে বৰকৈ পছন্দ নকৰে। তাৰ ইয়ালৈ অহা বেছি দিন হোৱা নাই। প্ৰথমে সৰু খেৰী ঘৰ এটা ভাড়াত লৈ

আছিলহি। কাৰোবাৰ লগত লগ লাগি ঠিকাদাৰী কৰে বোলে। এদিন চোৰ বুলি পুলিচে তাক ধৰি লৈ গ'লহি। বস্তিত হুলস্থূল। নগালেও নে ক'ত চৰকাৰী গুদামৰ বস্তু চুৰ কৰি ধৰা পৰাৰ ভয়ত হেনো সি ইয়াত লুকাই আছিলহি, কথাটো মুখে মুখে ওলাইছিল। কিন্তু দুদিনমান পিছত দেখা গ'ল নিৰঞ্জন সুস্থ শৰীৰে ঘূৰি আহিছে। সি আকৌ কন্‌ট্ৰেক্টতে লাগি গ'ল। থকা ঠাইডোখৰ ঘৰে-মাটিয়ে কিনি লৈ টিনৰ ঘৰ তুলি ললে। এতিয়া তাতে মাজে মাজে চিমেণ্ট আনি ৰাখে। কেনেকৈ যে সিহঁতক নিৰঞ্জনে লম্ভিবলৈ পালে তাই কব নোৱাৰে। কিন্তু সি সময়ে-অসময়ে গৈ সাবিত্ৰী বা অৰ্জুন বুলি মাত লগায়গৈ আৰু মাকৰ লগত বহুত দেৰিলৈকে কথা পাতি থাকে।

সাবিত্ৰীয়ে বুজিব পাৰে যে বিহাৰীলাল হওক নিৰঞ্জন হওক, মাকে বৰ সাৱধানে কথা পাতি সময়খিনি পাৰ কৰি দিয়ে, প্ৰায়েই তাইক বা ভায়েক, নহলে দুয়োটাকে আগত বহুৱাই থয়, তামোল কাটি দিয়ে। তেনেকুৱা কোনো কোনো ৰাতি মাকে মুখত কাপোৰৰ সোপা দি কান্দে বুলি সাবিত্ৰীয়ে গম পায়। বাপেকলৈ মনত পৰি কান্দিছে বুলি তাই একো নকয়, বাধাও নিদিয়ে। ড্ৰাইভাৰৰ কাম কৰা বাপেক এক্‌চিডেণ্টত নমৰা হলে আজি সিহঁতৰ তেনে অৱস্থা নিশ্চয় নহ'লহেঁতেন।

তাই বুজিছে যে সিহঁত দুটাই তাইৰ বিষয়েই দোকানত কথা পাতিছে। হয়তো মাকৰ কথাও। সেইবাবে দুবাৰ তাই গা মচি থকাৰ মাজতে উভতি দোকানৰ পিনে চালেও। দুয়োবাৰেই তাই অনুভৱ কৰিলে যে এই বদমাচ দুটাৰ চকুকেটাত যদি জিভা থাকিলহেঁতেন তেন্তে সেই জিভা লকলকাই থাকিলহেঁতেন। ইয়াত আৰু বেছি সময় থকা ঠিক নহব। তায়ো লাহে লাহে মাকৰ দৰে ঘৰৰ একমাত্ৰ বাল্টিটোত পানী ধৰি নি ঘৰতে গা ধুবগৈ লগা হব। আজিও ভৰা বাল্টিটোৰ পানীৰে ঘৰতে ধোৱাই ভাল আছিল। পিছত এবাল্টি নি থলেই হ'লহেঁতেন। তাই গা ধোৱা শেষ কৰি তিতা কাপোৰখনৰ ওপৰতে ফ্ৰকটো সুমুৱাই দি কাপোৰখন কোনোমতে উলিয়াই পেলালে, তাৰ পিছত সেইখন চেপি হাতত লৈ, এহাতেৰে ফ্ৰকৰ পাতলি এটাত ধৰি তিতা পেণ্টটোৰ পৰা শুকান চোলাটো বচাবলৈ চেষ্টা কৰি খোজ ললে। দোকানৰ ওচৰেদি পাৰ হৈ যাওঁতে বিহাৰীলালে চিঞৰি মাতিলে, "এই সাবি!" তাই বৈ দিলে। "নিৰঞ্জন কৈছে অৰ্জুন নাই, তোৰ মা বিচাৰি হয়ৰান হৈছে, জল্‌দি যা।"

কিছু আগলৈকে থকা অস্বস্তিটো পাহৰি সাবিত্ৰীয়ে একান্তমনে বিহাৰীলালৰ কথা কেইটা শুনি ললে। তাৰ হাহেঁা হাহেঁা কৰা মুখখন মেল খাই আছে, চকু দুটাৰ চুকবোৰ কোঁচ খাই আছে। নিৰঞ্জনেও নতুনকৈ লগাই লোৱা চিগাৰেটটো

বেঁকাকৈ ওঁঠত চেপি ধৰি ধোঁৱাবোৰৰ মাজেদি মন-নমনকৈ একেথৰে তাইৰ ফালে চাই আছে। সাৱিত্ৰীৰ এইবাৰ অলপ বুকু কঁপি উঠিল। ভায়েকক যিমান ভালকৈ বিচৰা উচিত আছিল সিমান ভালকৈ তাই নিবিচাৰিলে। অথচ মাকে তাৰ ওপৰত চকু ৰাখিবলৈ কৈ থৈছিল। এতিয়া মাক নিজেই ঘূৰি আহিল আৰু ল'ৰাটোক বিচাৰি গৈছে। এটা নতুন অস্বস্তিৰে তাইৰ মনটো ভৰি পৰিল।

তাই লৰালৰিকৈ ঘৰলৈ খোজ দিলে। অকাই-পকাই ঘৰৰ পাছত ঘৰ এৰি বস্তিৰ প্ৰায় মাজভাগত থকা সিহঁতৰ একঠাঁমান মাটিত থকা দুটা কোঠাৰ খেৰী ঘৰটো পায়গৈ। কাহানিবাকৈ বহুত টকা-পইচা হলে কেনেকৈ যে সেই ঘৰ-মাটিলৈ মটৰগাড়ী এখন নিলেহেঁতেন বাপেক ড্ৰাইভাৰে কিজানি ভবাই নাছিল। হয়তো মদৰ জালত সেইবোৰ বাপেকে ভাবিবলৈকে সুবিধা পোৱা নাছিল। নহয়, মদ খালেও ড্ৰাইভাৰৰ মগজটো চাফা থাকিছিল। কাৰণ প্ৰায়েই জিভা ঘূৰাব নোৱাৰাকৈয়ে অৰ্জুনৰ পঢ়াৰ ওপৰত জোৰ দিছিল, কেতিয়াবা নিজেই পঢ়াবলৈ বহিও গৈছিল। পিছে একো নহ'লগৈ। অৰ্জুনে স্কুল এৰি মাৰ্বল, বিটি, টেঙাবল খেলাত লাগি গ'ল। সি ডাঙৰ হলে ড্ৰাইভাৰো হব পাৰে নে নোৱাৰে মাক-জীয়েকৰ সন্দেহ হবলৈ ধৰিলে। আজিতো সি কিজানি হেৰাইছেই।

মাক ঘৰত নাই। দুৱাৰখন ৰছীৰে বন্ধা আছে। সাৱিত্ৰীয়ে ভিতৰলৈ গৈ পেণ্টটো সলাই ললে। পেণ্টটো আৰু তিতা কাপোৰডোখৰ বাহিৰপিনে বেৰত খুহি খুহি মেলি দিলে। দুৱাৰখন আকৌ বান্ধি তাই বাহিৰতে থিয় হৈ ভাবিলে এতিয়া কি কৰিব। এনেতে ক'ৰবাৰ দূৰত মাইক বাজি উঠা তাইৰ কাণত পৰিলহি ঃ কাৰোবাৰ ঘৰৰ বিয়া হবলা। শুনি ভাল লগা হিন্দী গান এটাৰ সুৰ ভাহি আহিছে ; কিন্তু ঘৰৰ ঘটনাটোৰ কাৰণে এই মুহূৰ্তত গানটো তাইৰ ভাল নালাগিল। অৰ্জুন যদি হেৰাব লাগিল তেন্তে বৰ সাংঘাতিক কথা হব। কাৰ ঘৰত বিয়া হৈছে বাৰু ? আজি বৰযুণ দিব নেকি ?

সিহঁতৰ ঘৰৰপৰা দুশাৰী ঘৰৰ আগলৈ, অলপ মুকলিত, নিৰঞ্জনৰ টিনপাতৰ ঘৰটো দেখা যায়। হঠাৎ ঘৰটোলৈ চকু যোৱাত এটা অজান আশঙ্কাত সাৱিত্ৰীৰ বুকু চিৰিংকৈ উঠিল। তাই লৰালৰিকৈ ঘৰৰপৰা ওলাই আহিল। নিৰঞ্জন ওলাই নগৈ ঘূৰি আহিবও পাৰে আৰু তাহাঁতৰ ঘৰলৈকে আহিব পাৰে। তাতকৈ মাকক বিচাৰি যোৱাই ভাল। তথাপি তাই অলপ ভঁৰক দি ৰ'ল আৰু নিৰঞ্জনৰ ঘৰটোৰ ফালে চাই থাকিল। এটা বুজিব নোৱাৰা ভয়, উত্তেজনা আৰু আশাই তাইক বিহ্বল কৰি তুলিলে। অলপ আগতে গা ধুই থাকোঁতে পিঠিত লগা খেঁাচ কেইটাৰ বেশ তাই আকৌ অনুভৱ কৰিলে। তাই সামান্য কঁপি উঠিল।

কিমান পৰ এই দৰে আপোন ভাবত তাই আচ্ছন্ন হৈ থাকিলে নিজেই ক'ব নোৱাৰে। হঠাৎ এবাৰ চকুত পৰিল যে গহীন গহীন খোজ পেলাই দূৰেদি ঘৰবোৰৰ মাজেদি নিৰঞ্জন আহি আছে। তাই জোৰ কৰি আচ্ছন্নতাৰপৰা নিজকে উলিয়াই আনি তৎক্ষণাৎ ঘৰৰপৰা ওলাই আহিল আৰু বস্তিৰ ভিতৰ ফাললৈ সোমাই গ'ল। তাইৰ অনুমান হ'ল যে নিৰঞ্জনে তাইক দেখা নাপালে।

সাৱিত্ৰীয়ে জানে যে ভায়েকক এই দৰে বিচাৰি ফুৰা মিছা। অৰ্জুন আছেগৈ ক'ৰবাত খেলি বা কাজিয়া কৰি বা কাৰোবাৰ বাৰীত সোমাই মধুৰিআম চুৰ কৰি। তথাপি মাকে উধাতু খাই বিচাৰি যোৱা কাৰণে তায়ো স্থিৰে থাকিব পৰা নাই। তাতে আগুৱাই গৈ থাকোঁতে যেতিয়া কেবাজনীও তিৰোতামানুহে সুধিলে 'অৰ্জুন ওলাল নে নাই'; 'ভায়েৰক পালি নে নাই' ইত্যাদি বুলি, তেতিয়া তাইৰ অস্বস্তি বেছি হৈ আহিল। তথাপি তাই ভয় নাখাবলৈ চেষ্টা কৰি আগুৱাই গৈ থাকিল। বিয়াঘৰৰপৰা অহা হিন্দী গানৰ সুৰলৈও মাজে মাজে তাই কাণ পাতে। একোবাৰ এনেয়ে নিৰঞ্জন নাইবা বিহাৰীলাল পাছে পাছে আহিছে নেকি চকিতে উভতি উভতি চায়ো।

সাৱিত্ৰীয়ে বুজিলে যে অৰ্জুন হেৰোৱাৰ কথাটো বেছ ৰাষ্ট্ৰ হৈ পৰিছে। নহ'লে ইমানবিলাক মানুহে তাইক দেখিয়েই এই দৰে খবৰ নললেহেঁতেন।

নিৰঞ্জনে নিজৰ ঘৰত নোসোমাই একেই গহীন গহীন খোজ পেলাই সাৱিত্ৰীহঁতৰ ঘৰলৈকে আহিল। চোতালৰ মূৰৰপৰা ঘৰটো বন্ধ দেখিও সি সোমাই গ'ল আৰু ৰছীডাল খুলি দুৱাৰখন অলপ ঠেলি ভিতৰলৈ ভুমুকিয়াই চালে। দুৱাৰখন আকৌ বান্ধি নিৰঞ্জনে বাহিৰতে ইফাল-সিফাল কৰি থাকিল। এবাৰ সাৱিত্ৰীয়ে বেৰত খুহি মেলি থোৱা কাপোৰ কিটালৈ চায় আৰু এবাৰ বাহিৰখনলৈ চায়। সি এই দৰে ইমান সময় থাকিল যে প্ৰায় আন্ধাৰেই হ'লহি, আৰু বিহাৰীলালো আহি তাৰ লগ লাগিল।

দুয়ো অৰ্জুন হেৰোৱা সম্বন্ধে অলপ কথা পাতিলে। নিৰঞ্জন আগৰ দৰেই গম্ভীৰ, পাণ্ডেৰ কথাতো আগৰ দৰেই ঠাট্টা-তাচ্ছিল্য। কথাৰ মাজতে পাণ্ডেই কলে যে সি বেছি সময় ঘূৰিব নোৱাৰে, দোকানত এই সময়তে গ্ৰাহক বেছি হয়, বিক্ৰীদাৰ ল'ৰাটোৰ হাততে দোকান এৰি আহিছে। তাৰ পিছত দুয়ো বস্তিৰ মাজলৈ সোমাই গ'ল।

সিহঁতে দুই-এঘৰত খবৰ ললে কোনোবাই অৰ্জুনক কোনোবা ফালে যোৱা দেখিছিল নে কি। কিন্তু আজি গোটেই দিনটো অৰ্জুনক চকুত পৰা মানুহ এটাও নোলাল। অৱশ্যে সি যে দুপৰীয়া ভাত খাই গ'লহি সেই কথা দুই-চাৰিয়ে কলে।

গতিকে সি যদি অন্তৰ্ধান হৈছে তেন্তে দুপৰীয়াৰ পিছতেই হৈছে। নিৰঞ্জন আৰু বিহাৰীলালে বুজিলে যে ল'ৰাটোৰ ঘটনাটো বস্তিৰ প্ৰায় সকলোৱে গম পাইছে, আৰু সকলোৱে অলপ নহয় অলপ আশঙ্কা কৰিছে, কিন্তু বিচাৰি যে যাব লাগে বা ল'ৰাটোৰ কিবা অঘটন ঘটিবও যে পাৰে এই কথা কোনেও ভবা নাই।

সিহঁতৰ লগত মানুহবিলাকে দূৰত্ব বজাই ৰাখি কথাৰ উত্তৰ দি গ'ল। কাৰণ মানুহ দুটাক বস্তিৰ মানুহে ভাল নাপায়। কিন্তু দুয়োটাকে হলে প্ৰায় মানুহে মানি চলে। পাণ্ডেৰ ওচৰত প্ৰায়বিলাকৰে বাকী; কাৰোবাৰ বাকী নাথাকিলেও কেতিয়াবা হঠাৎ অলপ-অচৰপ বাকী কৰিব লগা হব পাৰে। নিৰঞ্জনে চুৰি মালৰ কাৰবাৰ কৰে কাৰণে আৰু বৰকৈ মদ খায় কাৰণে তাক সকলোৱে এটা গুণ্ডা বুলিয়েই ভাবে। তাৰ বিষয়ে তিৰোতা মানুহৰ সম্পৰ্কত বহুতো বেয়া কথা বস্তিত আলোচনা হয়। সেই বাবে এতিয়া সিহঁত দুটায়েই অৰ্জুনক বিচৰাৰ কামত লাগি যোৱাটোত কোনেও বিশেষ গুৰুত্ব দিয়া নাই। মাত্ৰ সিহঁতে নিজেহে আন সকলোৰে মাজত ৰক্ষকৰ ভূমিকা লৈ গৰ্ব অনুভৱ কৰিছে।

সাৱিত্ৰীয়ে অকাই-পকাই, কেতিয়াবা ঠেক গলিয়ে গলিয়ে, কেতিয়াবা কাৰোবাৰ চোতালৰ ওপৰেদি, আকৌ কেতিয়াবা ভঙা জেওৰাৰ সুৰুঙাইদি বস্তিৰ সিহঁতৰ ফালটো অতিক্ৰম কৰিলে। তাই গম পাই গৈ আছে যে নিৰঞ্জন আৰু বিহাৰীলালো তাইৰ পাছে পাছেই গৈ আছে। তাই মাজে মাজে মানুহক সুধিও গৈছে অৰ্জুনৰ কিবা খবৰ ওলাইছে নে কি। একোবাৰ তাইৰ মন যায় কোনো এঘৰত মনে মনে লুকাই থাকে, নিৰঞ্জন আৰু বিহাৰীলাল পাৰ হৈ গলে তাই ৰক্ষা পৰিব আৰু সিহঁতো কেনেবাকৈ সেই ঘৰত সোমালে তাই যদি ধৰা পৰিও যায় কোনো কথা নাই। কিন্তু ধৰা পৰি গলে বেয়া কথা হব, মাকে তাইক ভায়েকৰ কথা নভবা বুলি গালি পাৰিব। সেইটো হবলৈ দিব নোৱাৰি, কাৰণ অৰ্জুনৰ কথা তাই নভবা নহয়, ভায়েকক তাই বেছ মৰম কৰে। গতিকে তাই গৈ থাকে।

মাইকৰ গান এতিয়া বেছিকৈ শুনা গৈছে। বস্তিৰ বা ঘাই ৰাস্তাটোৰ সিটো ফালেই নিশ্চয় কাৰোবাৰ ঘৰত বিয়া হৈছে। অলপ পিছত ৰাতি হলে নিশ্চয় মাইকৰ শব্দ আৰু বেছি ভালকৈ শুনা যাব।

বস্তিৰ শেষ সীমা পাই সাৱিত্ৰী আলিবাটলৈ ওলাই গ'ল। আন্ধাৰ হৈ অহা দেখি তাই ঘৰলৈকে ঘূৰি যোৱাৰ কথা ভাবিলে। কিন্তু নিৰঞ্জনহঁতক এবাৰৰ মন কৰি তাই তৎক্ষণাৎ ৰাস্তাৰ সিটো পাৰৰ বস্তিত সোমাই পৰিল। বস্তিৰ মাজে মাজে গৈ আগত ওলাব, ইহঁত দুটাই দেখা নাপাব, এই উদ্দেশ্য। মাকে বা কোন ধুবুৰী পালেগৈ তাৰ ঠিকনা নাই। তাই ছোৱালী মানুহ এজনীয়ে এই সময়ত আৰু

মাকেই হওক, ভায়েকেই হওক বিচাৰি যোৱাৰ মানে নহয়। তাতকৈ ঘৰলৈ ঘূৰি গৈ ওচৰৰে কাৰোবাৰ ঘৰত সোমাই থাকিব। মাকহঁত আহিলে ঘৰলৈ যাবগৈ।

কিন্তু আকৌ বস্তিত সোমাই অলপ দূৰ গৈয়ে তাই গম পালে যে নিৰঞ্জন আৰু বিহাৰীলালো পুনৰ তাত সোমাইছে। নিশ্চয় বাটলৈ ওলাই সিহঁতে কাৰোবাৰপৰা তাইৰ কথা সুধি লৈ সেই দৰে তাইৰ পাছে পাছে আকৌ গৈছে। তাই এইবাৰ অলপ বেছি ভয় খালে। বদমাচ দুটাৰ মৎলব কি? সঁচাই যদি হেৰোৱা ল'ৰাটোক বিচাৰি উলিয়াবৰ মন তেন্তে অন্য ঠাইত বিচাৰি নাযায় কিয়? তাইৰ পাছে পাছেই আহি আছে কিয়? বস্তিৰ ভিতৰতে যদি ল'ৰাটো আছে তেন্তে তায়েইতো বিচাৰি উলিয়াব পাৰিব।

বহুত ভাবি-চিন্তি তাই এবাৰ সাউৎকৰে বস্তিৰপৰা ওলাই আহিল। ঘাই ৰাস্তালৈ ওলাই তাই ঘৰৰ পিনে আগুৱাই নগৈ ওলোটা ফালে, যিফালৰপৰা মাইকৰ গান ভাঁহি আহিছে সেই ফালে কোবাকুবিকৈ যাবলৈ ধৰিলে। আলিবাটত দ্বি হওক মানুহ-দুনুহ আছে আৰু লাইটো আছে। তিমান ভয় নালাগে। খৰ খোজেৰে ভালেখিনি দূৰ গৈ তাই খোজ ঢিলাই দি এবাৰ উভতি চালে। নাই, নিৰঞ্জন বা বিহাৰীলালে আৰু তাইৰ পাছ লোৱা নাই। এইবাৰ নিশ্চয় সিহঁত দুটাই ঠগ খালে। সাৱিত্ৰীৰ মুখত হাঁহি ওলাই গ'ল। ডিঙিৰ তলৰ ঘামবোৰ চেঁচা চেঁচা লাগিল।

তাই লাহে লাহে দুই কাষৰ ধুনীয়া ধুনীয়া ঘৰবোৰ, দুৱাৰ-খিৰিকীয়েদি দেখা ভিতৰৰ উজ্জ্বল পোহৰ, পদূলিয়ে পদূলিয়ে ল'ৰা-ছোৱালী আৰু সিহঁতৰ অভিভাৱক-সকলৰ কথা-বতৰা হাঁহি-তামাচা ইত্যাদিলৈ চাই গৈ থাকিল। এই ফালৰ জগৎখন সম্পূৰ্ণ বেলেগ। বস্তিখন পাৰ হলেই যে এনেকুৱা এখন ঠাই পোৱা যায় ভাবিবই নোৱাৰি।

সাৱিত্ৰী এবাৰ বৈ গ'ল। দূৰৰপৰাই দেখিলে মাকৰ লগত অৰ্জুন আহি আছে। হক তেও ল'ৰাটোৰ বিশেষ একো হোৱা নাই। তাই জানিছিলেই যে সি ক'ৰবাত কিবা কৰি আছিলগৈ, তাৰ একো হব নালাগে। মাকেহে মিছাতে ভয় লগাই দিলে। বুকুত বুটাম নোহোৱা হাৱাইন পিন্ধা সেইটো অৰ্জুন বেছ স্ফূৰ্তিৰেই আহি আছে।

ওচৰ আহি পালত তাই সুধিলে, "ক'লৈ গৈছিলি ঐ?" ঘুটমুটীয়া আঠ বছৰীয়া ল'ৰাটোৱে দুষ্টালিৰ হাঁহি মাৰি এবাৰ মাকলৈ চাই বায়েকক জনালে, "হাজৰিকাৰ ঘৰত—সেই যে ঠিকাদাৰ—তাত আজি ম—স্ত বিয়া হৈছে।" তাই একো মন্তব্য নকৰিলে। হাজৰিকা ঠিকাদাৰে নতুনকৈ ধনী হৈ ডাঙৰ বিয়া পাতিছে ভাল হৈছে। সেই বুলি ই তালৈ যাব লাগে নে?

তিনিও উভতি ঘৰ বুলি খোজ ললে।

অলপমান যাওঁতেই সিফালৰপৰা আহি থকা নিৰঞ্জন আৰু বিহাৰীলালৰ লগত মুখামুখি হৈ গ'ল। "ক'ত গৈছিলি ঐ অৰ্জুন?" বিহাৰীলালে ঠাট্টাৰ সুৰেৰে চিঞৰি প্ৰশ্ন কৰিলে, "তোৰ কাৰণে আমি চব হয়ৰান হৈ গলোঁ।" নিৰঞ্জনে একো নামাতিলে, মাত্ৰ জেপৰপৰা পেকেটটো উলিয়াই এটা চিগাৰেট জ্বলাই ললে আৰু পাণ্ডেৰ প্ৰশ্নৰ উত্তৰ শুনিবলৈ অপেক্ষা কৰিলে।

অৰ্জুনে টপৰাই উত্তৰ দিলে, "ক'তো যোৱা নাই। সেই ঠিকাদাৰৰ ঘৰতে আছিলো গোটেই দিন।"

পাণ্ডেই আকৌ সুধিলে, "ঠিকাদাৰৰ ঘৰত? হাজৰিকাৰ বিয়া ঘৰত? চাৰা দিন বিয়া ঘৰতে কি কৰিলি ৰে?"

পুতেকৰ হৈ মাকেই উত্তৰ দি বুজাই কলে যে অৰ্জুন হাজৰিকা ঠিকাদাৰৰ বিয়া ঘৰত দিনটো কটোৱা হয়। বিয়া ঘৰত কিবাকিবি কাম কৰি দিছিল, কাম কৰিবলৈ ঠিকাদাৰে তাক কৈছিল। মাত্ৰ কথাটো মাক বা বায়েক কোনেও জনা নাছিল কাৰণেহে মিছামিছি মাজতে ভয় খালে। বিচাৰি ফুৰোঁতে কোনোবা এটাই বিয়া ঘৰৰ পিনে অৰ্জুনক দেখা বুলি কোৱাত মাকে এইমাত্ৰ তাক তাৰপৰা লৈ আহিছেগৈ।

"নামাতা কৰি চাৰাদিন বিয়াঘৰত আছিলি, ধেৎ!" —বিহাৰীলাল কলে। নিৰঞ্জনে হাজৰিকা ঠিকাদাৰৰ ঘৰৰ বিয়াৰ কথা পাহৰিছিলেই বুলি বিয়ালৈকে বুলি খোজ ললে। দোকান এৰি আহিছে বুলি কৈ বিহাৰীলাল একপ্ৰকাৰ দৌৰিয়েই উলটি গুচি গ'ল।

সাবিত্ৰীয়ে একো নকলে। মাত্ৰ এবাৰ মাকলৈ চাই পঠিয়ালে। ল'ৰা-ছোৱালী দুটা লৈ মাক ঘৰৰ ফালে গৈ থাকিল।

# দুটা কবিতা

হৰেকৃষ্ণ ডেকা

## দৈনন্দিন

বুকুত তেজাল হাবিয়াস।

ঘৰৰ দাঁতিত কেৰলীয়া জোনাক
নুফুলা ৰজনী গন্ধা।

তোমাৰ লহপহীয়া শৰীৰ
আমাৰ সমূহীয়া ঘামৰ ঘাটত
নচুৱায় দৈনিক বতাহে।

বাঢ়ে লুইতৰ পানী
বুকুৰ হুতাশ
তোমাৰ লহপহীয়া শৰীৰ
বুকুত তেজাল হাবিয়াস।

চকা পাটত বহে।

নতুন দিন

## এটা চিনাকি ষ্টেচন ঃ বাৰ বছৰৰ পিছত

ইয়াত এটা ৰঙা ইটাৰ ঘৰ আছিল ঃ দিগবলয়ৰ তলত এটা বঙা বিন্দু।
কাষৰ চাৰিটা লোৰ চিড়িৰে পাৰ হৈছিল কিছুমান সৰু হুমুনিয়াহ।
তাৰ চকুৰ ফলকত তাৰে একোখন জলছবি।

একোখন অদৃশ্য হাতে খহাই নিছিল ঘৰটোৰ একোচটা ইটা।
সিহঁতৰ অচিনাকি মুখ একোখন আন্ধাৰ দাপোণত উভটি আহে।

সিহঁত গৈ থাকে হুমুনিয়াহবোৰৰ মাজে মাজে। একো টুকুৰা শূন্যৰ ভৰত।
আৰু নেদেখা হয় ৰঙা ঘৰৰ শূন্যখিনিৰ অন্তৰালত।

হঠাতে উভটি আহে এচটা ৰঙা পোহৰ আৰু চিনাকি এটা উকি
তাৰ চকুৰ ফলকত নাচি উঠা এটা ৰঙা বিন্দু।

সত্যেন্দ্রনাথ শৰ্মা

# আধুনিক ভাৰতীয় সাহিত্যৰ পৰিচয়

## ১. মালয়লম সাহিত্য

### এক

ভাৰতবৰ্ষৰ একেবাৰে দক্ষিণত অৱস্থিত কেৰেলা ৰাজ্য। এই ৰাজ্যৰ ভাষা মালয়ালম। প্ৰায় ১২ কোটি মানুহে এই ভাষা কয় আৰু সাহিত্যত ব্যৱহাৰ কৰে। ৰামায়ণ আৰু মহাভাৰতত কেৰেলা (কেৰল) প্ৰান্তৰ উল্লেখ আছে। খৃষ্টীয় প্ৰথম কেই শতাব্দীমানৰপৰাই এই কেৰেলাৰ ইতিহাস মোটামুটিভাৱে জনা যায়। চেৰ ৰজাসকলে তিৰুবাঞ্চিক্কুলম নামে ঠাইৰপৰা এই অঞ্চল শাসন কৰিছিল। অতি প্ৰাচীন কালৰপৰাই বৈদেশিক বাণিজ্যৰ নিমিত্তে এই দেশ প্ৰখ্যাত। ইজিপ্ত, আৰব, ৰোম, বেবিলন আদিৰ লগত সামুদ্ৰিক পথেদি বাণিজ্য প্ৰচলন থকাৰ প্ৰমাণ পোৱা যায়। চেৰ ৰজাসকলৰ পতনৰ পিছত কেই শতাব্দীমান পাণ্ড্য ৰজাসকলৰ প্ৰতিনিধিস্বৰূপ পেৰুমলসকলে শাসনকাৰ্য চলায়। অৱশেষত ৰাজেন্দ্ৰ চোলই ১০৪১ খৃষ্টাব্দত কেৰেলা জয় কৰি পেৰুমল-শাসনৰ অৱসান ঘটায়। ইয়াৰ পিছত কেৰেলা অঞ্চল কেইবাখনো সৰু ৰাজ্যত বিভক্ত হয়; কোলাত্তিনাদ, কেলিকট, ৱল্লুৱানাদ, কোচিন, ওডানাদ, ৱেনাদ (ত্ৰিবাঙ্কুৰ) ইত্যাদি। ইংৰাজে অধিকাৰ কৰা পৰ্যন্ত এই সৰু সৰু ৰাজ্যকেইখনে নিজ নিজ অঞ্চলত, বহু ক্ষেত্ৰত পৰস্পৰে খোৱা কামোৰা কৰি, শাসনকাৰ্য চলাই আছিল।

১৪৯৮ খৃষ্টাব্দত ভাস্কো-ডা-গামাৰ নেতৃত্বত পৰ্তুগীজবিলাকে কালিকট বন্দৰত অৱতৰণ কৰেহি। সেইদিন ধৰি ইউৰোপীয় জাতিৰ গমনাগমন আৰম্ভ হ'ল, যাৰ ফলত কেৱল কেৰেলাৰে নহয়, সমস্ত ভাৰতবৰ্ষৰ ভাগ্য পৰিবৰ্তনৰ সূচনা হ'ল।

ইংৰাজ অধিকাৰৰ পিছতো ত্ৰিবাঙ্কুৰ ( ৱেনাদ ) আৰু কোচিন দেশীয় ৰাজ্য হিচাপে স্বাধীনতাৰ আগলৈকে বৰ্তি আছিল। কেবাখন সৰু সৰু ৰাজ্যত বিভক্ত হৈ থাকিলেও ভাষা আৰু সংস্কৃতিৰ ঐক্যই কেৰেলাক এখন দেশৰূপে চিহ্নিত কৰিছিল। 'ওনাম', 'বিষু' আদি জাতীয় উৎসৱ, ৰীতি-নীতি, কলা, আচাৰ-ব্যৱহাৰৰ ঐক্যই ৰাজনৈতিক সীমা অতিক্ৰম কৰি দেশখনক এটা সাংস্কৃতিক থূল হিচাপে বান্ধি ৰাখিছিল। এই ঐক্যবন্ধনৰ শকত ফঁই হ'ল মালয়ালম ভাষা আৰু সাহিত্য।

মূলতে মালয়ালম শব্দটো স্থানবাচক আছিল। মলয় মানে পৰ্বত, আলম্ বা আলয়ম্ মানে থকা ঠাই। দুয়োটা শব্দ লগলাগি অৰ্থ হয় পৰ্বত-পাহাৰ থকা ঠাই। কিন্তু শব্দটোৱে পিছলৈ মূল অৰ্থ পৰিহাৰ কৰি সেই অঞ্চলত ব্যৱহৃত ভাষাকহে বুজাবলৈ ধৰিলে। এই ভাষা দ্ৰাবিড় গোষ্ঠীৰ অন্তৰ্ভুক্ত। ওচৰ-চুবুৰীয়া তামিল ভাষাৰ লগত ইয়াৰ সম্পৰ্ক ঘনিষ্ঠ। কিন্তু সেই বুলি বহুতে ভুল কৰি ভবা দৰে তামিল ভাষাৰে একে নহয়, নাইবা তামিলৰ অপভ্ৰংশও নহয়। বিশ্বপ কেল্ডৱেল, ৰাজা ৰাজা বাৰ্মা আদি দুই-এজন পণ্ডিতে মালয়ালমক তামিলৰে এটা ৰূপ বুলি অভিমত দিয়ে যদিও আধুনিক বৈজ্ঞানিক বিচাৰ পদ্ধতিৰ ভিত্তিত দুয়োটা একে উৎসৰপৰা উদ্ভৱ আৰু বিকাশ ঘটা স্বতন্ত্ৰ ভাষাৰূপে স্বীকৃতি দিয়া হৈছে। তামিল আৰু কেৰেলা অঞ্চল ওচৰ-চুবুৰীয়া, একে শাসনৰ অধীনত বহুকাল দুয়োটা অঞ্চল শাসিত হৈছিল, গতিকে দুয়োটা ভাষাৰ পাৰস্পৰিক সংযোগ ঘটি কিছু ক্ষেত্ৰত সমতা লাভ কৰা একো আচৰিত নহয়। চেৰ, চোল, পাণ্ড্য ৰজাসকলৰ ৰাজত্বত তামিলৰ প্ৰভাৱ বৃদ্ধি পায় আৰু ৰাজকীয় ঘোষণাপত্ৰ আদিত চেন্তামিল ( তামিলৰ সাহিত্যিকৰূপ ) ব্যৱহৃত হোৱাত তামিলে অগ্ৰাধিকাৰ পায়। এইবোৰ কাৰণতে তামিল ভাষাৰে প্ৰভাৱ মালয়ালমৰ ওপৰত অধিকভাৱে পৰে বুলি ধাৰণা কৰা হয়। কিন্তু সেই বুলি মালয়ালমৰ মৌলিক-ভিত্তিৰ লৰচৰ হোৱা নাই, তামিলৰ লগত ইয়াৰ বাই-ভনীৰ সম্পৰ্কহে, মাতা-দুহিতাৰ সম্পৰ্ক নহয়।

মালয়ালম ভাষাৰ স্বীকৃত উপভাষা নাই যদিও সামাজিক আৰু সাম্প্ৰদায়িক স্তৰভেদে ভাষা প্ৰয়োগত কিছু তাৰতম্য লক্ষ্য কৰা যায়। পুৰণি কালৰপৰাই কিছু পৰিমাণে শিক্ষা পোৱা নাম্বুদ্ৰি, ক্ষত্ৰিয়, নায়াৰ আদি সম্প্ৰদায়ে বিশুদ্ধ মালয়ালম ব্যৱহাৰ কৰে, কিন্তু আনহাতে অনুন্নত পুলয়, পাৰিয়া আদিয়ে গ্ৰাম্য আৰু বিকৃত মালয়ালম ব্যৱহাৰ কৰে। তদ্রূপৰি অৰণ্য বা পৰ্বতত পুৰুষানুক্ৰমে বসতি কৰা গিৰিজনসকলৰ কথিত মালয়ালমতো কিছু বৈশিষ্ট্য লক্ষ্য কৰা যায়। মালাবাৰ অঞ্চলত বাস কৰা মুছলমানসকলৰ ভাষাত ইচ্‌লামীয় প্ৰভাৱ লক্ষণীয় বিশেষত্ব।

তামিল, তেলুগু, কন্নড আৰু মালয়ালম ভাষাৰ লিপিৰ কিছু সাদৃশ্য থাকিলেও

একে নহয়। মূলতঃ এই চাৰিওটা লিপিয়েই ব্ৰাহ্মী লিপিৰে দাক্ষিণাত্য প্ৰতিৰূপৰপৰা বিকাশ লাভ কৰিছে। মালয়াভাষাৰ প্ৰাচীন লিপিৰ নাম বট্টেঝুট্টু। প্ৰাচীন গ্ৰন্থসমূহ এই লিপিত ৰচিত হৈছিল। কিন্তু এই লিপিৰ কিছুমান দুৰ্বলতা থকাৰ কাৰণে পৰিহৃত হয় আৰু আধুনিক মালয়ালম লিপিৰ আদিৰূপ গ্ৰন্থলিপিৰ প্ৰচলন হয়। বৰ্তমানে প্ৰচলিত মালয়ালম লিপি গ্ৰন্থলিপিৰে বিকাশমাত্ৰ।

মালয়ালম ভাষা-সাহিত্যৰ বুৰঞ্জী তিনিটা যুগত বিভাগ কৰা যায়,—প্ৰাচীন, মধ্য আৰু আধুনিক যুগ। প্ৰাচীন সাহিত্যৰ ভিতৰত প্ৰধানকৈ লোকগীত, কাহিনী গীত (ballads) আৰু মণিপ্ৰবাল সাহিত্যক পেলাব পাৰি। মধ্যযুগত অৰ্থাৎ খৃষ্টীয় পঞ্চদশ শতিকামানৰপৰা ইংৰাজৰ আগমনলৈকে মধ্যযুগ বোলা হয়। এই যুগত বিভিন্ন পৌৰাণিক সাহিত্য আৰু কথাকলি সাহিত্যক অন্তৰ্ভুক্ত কৰা যায়। বৰ্তমান যুগ আৰম্ভ হয় ইংৰাজী ভাষা-সাহিত্যৰ প্ৰভাৱ পৰাৰ লগে লগে। নাটক, গল্প উপন্যাস, ৰচনা, কবিতা—এই যুগৰ প্ৰধান সাহিত্য।'

## দুই

সকলো সাহিত্যই লিখিত ৰূপ পোৱাৰ আগতে মৌখিক গীতমাত ৰূপে জনসমাজত প্ৰচলিত আছিল। এই গীতমাতৰ কিছুমান কালৰ সোঁতত লয় পোৱাটো স্বাভাৱিক, কিন্তু কিছুমান লোক পৰম্পৰাই মুখ বাগৰি ৰূপ সলাই এতিয়ালৈকে প্ৰচলিত হৈ আহিছে। সাঁথৰ, যোজনা, ফকৰা আৰু লোকগীতৰ পৰম্পৰাই সৰ্বপ্ৰাচীন বুলি ধৰা হয়। কিন্তু লিখিত সাহিত্য প্ৰধানকৈ দুটা ৰূপত পোৱা যায়, সেই দুটা ৰূপ হৈছে মণিপ্ৰবাল আৰু পট্টু।

ওপৰত উল্লেখ কৰা দুটা সাহিত্যিক ৰূপে দুটা বেলেগ মাধ্যমেদি প্ৰকাশ পায়। পট্টু শ্ৰেণীৰ সাহিত্যৰ মাধ্যম প্ৰধানকৈ আছিল চেন্‌তামিল। এই চেন্‌তামিল আছিল চেৰ, পাণ্ড্য ৰজাসকলে কেৰলত ৰাজকীয় ভাষা ৰূপে ব্যৱহাৰ কৰা তামিল। ইয়াত হয়তো প্ৰাচীন মালয়ালমৰূপো অন্তৰ্নিহিত আছিল। গতিকে এই ভাষাত ৰচিত হোৱা সৰহভাগ কাব্যই প্ৰাচীন তামিলৰ অন্তৰ্ভুক্ত। মালয়ালম ভাষাতকৈ তামিল ভাষাৰ দাবী এইবোৰৰ ওপৰত বেছি। প্ৰতিৰুপ্পট্টু, শিলপ্পদিকৰম মণিমেখলাই, পুৰণ্ননুৰু—এই গ্ৰন্থসমূহ তামিল সাহিত্যৰ নিদৰ্শনৰূপে সাধাৰণতে গ্ৰহণ কৰা হয়। মালয়ালম ভাষাৰ সাহিত্যৰ বুৰঞ্জীত এইবোৰৰ উল্লেখ থাকিলেও দৰাচলতে তামিল সাহিত্যৰহে এইবোৰ অন্তৰ্ভুক্ত। পতিৰুপ্পট্টু নামৰ কাব্যত চেৰ ৰজাসকলৰ গুণানুকীৰ্তন কৰা হৈছে। এই কাব্যত বৰ্ণনা কৰিছে তামিলৰ অন্তৰ্গত মাদুৰাশ্চহৰ কাব্যচৰ্চাৰ কেন্দ্ৰ ভাগি যোৱাত কবি-সাহিত্যিকসকলে চেৰ ৰজা

চেঙ্কুট্টুৱনৰ আশ্ৰয় লয় আৰু ৰাজধানী তিৰুবাঞ্চিক্কুলম কাব্য-সাহিত্যৰ কেন্দ্ৰ হৈ উঠে। এই চহৰ আছিল প্ৰাচীন কেৰেলাৰ অন্তৰ্গত আৰু ইয়াতে সঙ্গম কবি কপিলাৰ, পাৰণাৰ, চাত্তানাৰ আদিয়ে কাব্য ৰচনা কৰে চেন্তামিল ভাষাত। খৃষ্টীয় ৭ম-৯ম শতাব্দীত উদ্ভৱ হোৱা শৈৱমাৰ্গীয় ভক্তকবিসকল ( নয়নাৰ ) আৰু বৈষ্ণৱ আলোৱাৰসকলৰ ভিতৰত কেবাজনো কেৰেলাৰ লোক আছিল। তেওঁলোকৰ স্তুতিগীতসমূহক কেৰেলাবাসীয়ে নিজস্ব বুলি আদৰ কৰে। কিন্তু এই কথা স্বীকাৰ নকৰি উপায় নাই, কেৰেলাৰ অতি প্ৰাচীন সাহিত্যৰ একাংশ দৰাচলতে তামিল সাহিত্যৰহে অঙ্গ।

নাম্বুদ্ৰী ব্ৰাহ্মণসকল খৃষ্টপূৰ্ব কেবা শতাব্দীৰ আগতে উত্তৰাঞ্চলৰপৰা নামি আহি কেৰেলাত বসবাস কৰিবলৈ লয়। তেওঁলোক পৰশুৰামৰ লগত দক্ষিণ ভাৰতলৈ যোৱা বুলি প্ৰবাদ প্ৰচলিত আছে। নাম্বুদ্ৰীসকলে সংস্কৃত ভাষা আৰু সাহিত্যৰ ঐতিহ্য কেৰেলালৈ লৈ আহে আৰু তেওঁলোকে সংস্কৃত ভাষা আৰু সাহিত্যক কেৰেলাত সন্মানজনক স্থান পোৱাত সহায় কৰে। নাম্বুদ্ৰীসকলৰ লগত আদিম কেৰেলাবাসীৰ সাংস্কৃতিক আৰু সামাজিক আদান-প্ৰদান হয়, ফলত কালক্ৰমত মালয়ালম ভাষাৰ লগত সংস্কৃতৰ মণি-কাঞ্চন সংযোগৰ দৰে সম্পৰ্ক গঢ়ি উঠে। ইয়াৰ ফলতে সৃষ্টি হয় প্ৰকাশৰ নতুন মাধ্যম, যাক বোলা হয় মণিপ্ৰবালম। মালয়ালম আৰু সংস্কৃতৰ সংমিশ্ৰণ ঘটাই এই ৰচনাৰীতি সৃষ্টি কৰা হয়।

এই মণিপ্ৰবাল ৰীতিত ৰচনা কৰা সাহিত্যৰ বাদে আন শ্ৰেণীৰ সাহিত্য হ'ল পট্টু। এই ৰচনাৰীতিত দুই এটা সংস্কৃত শব্দই স্থান পালেও মালয়ালম ভাষাৰ সুপ্ৰাধান্য পৰিলক্ষিত হয়। তলত দুপেটা ৰচনাৰীতিৰ চমু পৰিচয় দিয়া হল।

## পট্টু

পট্টু কাব্যৰ ৰচনাৰীতি সম্পৰ্কে 'লীলাতিলকম' নামে সাহিত্য গ্ৰন্থত আলোচনা আছে আৰু ইয়াৰ ছন্দ ৰীতি, ধ্বনি মিল, শব্দপ্ৰয়োগৰ বিশদ নিৰ্দেশ আছে। পট্টু কাব্যৰ প্ৰাচীনতম নিদৰ্শন হ'ল 'ৰামচৰিতম'। এই কাব্য বহু খণ্ডত বিভক্ত। বীৰৰাম বৰ্মা নামৰ এজন ৰাজকোঁৱৰে খৃষ্টীয় দ্বাদশ শতিকাত এই কাব্য ৰচনা কৰে। কোনো কোনো ভাষাবিদ পণ্ডিতে এই কাব্যৰ ভাষাক সম্পূৰ্ণ মালয়ালম বুলি কব নোখোজে, কাৰণ ইয়াৰ ভাষাত তামিলৰ যথেষ্ট সংমিশ্ৰণ ঘটিছে। বাল্মীকি ৰামায়ণৰ যুদ্ধকাণ্ডৰ ঘটনা আৰু বৰ্ণনাৰ এই কাব্যৰ কাহিনী প্ৰতিষ্ঠিত। এই কাব্যই পৰৱৰ্তী পট্টু কাব্যৰ পথ নিৰ্মাণ কৰে বুলি কব পাৰি। ৰামচৰিতমৰ পাছত ভালেখিনি পট্টু ৰচিত হৈছিল, সেইবোৰৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য

অগ্নিপিল্ল আসানৰ ‘ৰামকথা পট্টু।’ এই কাব্যত ৰামায়ণৰ সমস্ত ঘটনা বিশদৰূপত বৰ্ণিত হৈছে।

ওপৰত উল্লেখ কৰা পট্টু-কাব্য আদি স্তৰৰ। এই স্তৰত তামিল ভাষাৰ প্ৰভাৱৰ-পৰা মালয়ালম কাব্য-কবিতা মুক্ত হ'ব পৰা নাছিল। তামিলৰ প্ৰভাৱ এৰাই সংস্কৃতৰ প্ৰতি কিঞ্চিত ঢাল খাই পট্টু-কাব্যই ক্ৰমে নতুন প্ৰকাশন ৰীতি পৰিগ্ৰহ কৰিবলৈ আৰম্ভ কৰে ত্ৰয়োদশ শতিকামানৰপৰা। এই ক্ষেত্ৰত মণিপ্ৰবাল ৰীতিৰ কিছু প্ৰভাৱ অস্বীকাৰ নকৰি নোৱাৰি। ঐহিক প্ৰেম-বীৰত্বৰ বিষয়বস্তুলৈ পিঠি দি কবিসকলে কাব্যকাহিনীৰ উৎসৰূপে গ্ৰহণ কৰে মহাকাব্য দুখন আৰু পুৰাণসমূহক। তেওঁলোকে লৌকিক প্ৰেমৰ প্ৰেম-বিলাসৰ সম্ভোগ চিত্ৰতক ৰামায়ণ, মহাভাৰত আৰু পুৰাণ-সমূহৰ আদৰ্শাত্মক কথা, মহত্বপূৰ্ণ কাৰ্য আৰু নৈতিক ভাৱপূৰ্ণ কাহিনী কাব্যৰ উপযুক্ত উপাদান বুলি ভাবি লৈ পট্টু ৰচনাত প্ৰবৃত্ত হৈছিল। মণিপ্ৰবাল ৰীতিৰদ্বাৰা আংশিক প্ৰভাৱান্বিত পট্টু কাব্যকাৰসকলৰ ভিতৰত তিনিজনৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এওঁলোক হ'ল মাধৱ পাণিকৰ, শঙ্কৰ পাণিকৰ আৰু ৰাম পাণিকৰ। সমূহীয়াকৈ এওঁলোক তিনিজনক কন্নস্সান বা নিৰনম কবিৰূপে জনা যায়। বঙ্গদেশৰ ৰূপ, সনাতন আৰু জীৱ গোস্বামীৰ দৰে এই তিনিজনৰ মাধৱ আৰু শঙ্কৰ ককাই-ভাই আৰু ৰাম তেওঁলোকৰ ভতিজাক আছিল। এই কন্নস্সান কবিত্ৰয় চতুৰ্দশ শতিকাৰ দ্বিতীয়াৰ্ধৰপৰা পঞ্চদশ শতিকাৰ প্ৰথমাৰ্ধৰ ভিতৰত উত্তৰ হৈছিল। মাধৱ পাণিকৰে ভগৱদ্গীতাৰ ৩২৮টা পদত অনুবাদ কৰে। প্ৰান্তীয় ভাষাত অনূদিত গীতাৰ ভিতৰত এইখন অন্যতম প্ৰাচীন গ্ৰন্থ। গীতাৰ শঙ্কৰ ভাষ্যৰ প্ৰভাৱ তেওঁৰ অনুবাদত পৰিছে। শঙ্কৰ পাণিকৰৰ ‘ভাৰতমালা’ মহাভাৰতৰ চমু কাব্য-কাহিনী। এই কাব্যক মহাভাৰতৰ অনুবাদ নুবুলি মহাভাৰতৰ ছাঁয়াত ৰচনা কৰা মৌলিক কাব্য বুলিব পাৰি। তিনিজন কবিৰ ভিতৰত সুবিখ্যাত প্ৰথিতযশা হ'ল ৰাম পাণিকৰ। এওঁৰ ৰচনাৰ ভিতৰত ৰামায়ণ, মহাভাৰত ( ভাৰতম্ ), ভাগৱত আৰু সাবিত্ৰী মাহাত্ম্য বিশেষভাৱে উল্লেখযোগ্য। এওঁলোক তিনিজনৰ, বিশেষকৈ ৰাম পাণিকৰৰ ৰচনাৱলী কাব্যিক সৌন্দৰ্য আৰু মৌলিকতাৰ যথেষ্ট স্বাক্ষৰ থাকিলেও এটা কৃত্ৰিম অপ্ৰচলিত ( archaie ) ভাষাত ৰচনা কৰা কাৰণেই বৰ বেছি জনপ্ৰিয়তা লাভ কৰিব নোৱাৰিলে। বাল্মীকি আৰু ব্যাসৰ মূল মহাকাব্যৰ ওপৰত ৰাম পাণিকৰৰ কাব্য প্ৰতিষ্ঠিত হলেও বহু ঠাইত মূলৰপৰা ফালৰি কাটি স্বকীয়ভাৱে বৰ্ণনা সংযোগ কৰিছে। তেওঁ ৰচনাৱলীত বাল্মীকি আৰু ব্যাসৰ সাৰবস্তু আছে কিন্তু সজাই-পৰাই ৰূপ দিছে নিজা ভাৱে। সংস্কৃত সাহিত্যক কেৱল জনসমাজৰ ওচৰ চপাই নিয়াত ৰাম পাণিকৰৰ অৱদান লেখত লব লগীয়া।

পাণিকৰ পৰিয়ালৰ পিছত তেওঁলোকৰ ৰচনা অনুসৰণ কৰি বহুতে পৌৰাণিক কাহিনীৰ ভেটিত কাব্য ৰচনা কৰাৰ উল্লেখ পোৱা যায়, কিন্তু সেইবোৰৰ ভিতৰত দুই এখনৰ বাহিৰে সৰহ ভাগেই লোপ পায়। যি দুই এখন পোৱা যায় সিও অনুকৰণপ্ৰধান ৰচনা, বিশেষত্ববৰ্জিত।

পঞ্চদশ শতিকাৰ মাজ মাগত লোকগীতৰ ছন্দাৰ্হিত ৰচনা কৰা কৃষ্ণগাথা বিশেষ-ভাৱে উল্লেখযোগ্য। চেৰুস্সেৰি নাম্বুদ্ৰীয়ে ৰচনা কৰা কৃষ্ণগাথাৰ কথা এই প্ৰসঙ্গত কব পাৰি। চেৰুস্সেৰি নাম্বুদ্ৰী ব্ৰাহ্মণ আছিল, গতিকে সহজে অনুমান কৰিব পাৰি যে সংস্কৃত ভাষা আৰু সাহিত্যত তেওঁৰ ব্যুৎপত্তি আছিল। তথাপি মণিপ্ৰবাল ৰীতিক অনুসৰণ নকৰি 'সৰ্বজনবোধে' কেৰলভাষীসকলৰ কাৰণে মালয়ালমপ্ৰধান কৃষ্ণগাথা ৰচনা কৰে। ভাগৱতপুৰাণৰ দশম স্কন্ধত বৰ্ণিত কৃষ্ণলীলাৰ ভেটিত তেওঁৰ কৃষ্ণগাথা ৰচিত। কৃষ্ণৰ-ল'ৰালি কালৰ বালসুলভ দুষ্টালি, চতুৰালি আৰু ভেম-অভিমান বৰ্ণনা কৰোঁতে, নাইবা যুৱক কৃষ্ণৰ বীৰত্ব আৰু মাহাত্ম্য বৰ্ণনা কৰোঁতে কবিয়ে স্বকীয় দৃষ্টিৰে, বৰ্ণনীয় বিষয়ৰ তাদাত্ম্য স্থাপন কৰি ঐকান্তিকতাৰে বৰ্ণনা কৰিছে। উপমা, ৰূপক উৎপ্ৰেক্ষা আদি চিত্ৰৰ সংযোজনাত সংস্কৃত কবি-প্ৰসিদ্ধি নাইবা গতানুগতিক বৰ্ণনাক অনুসৰণ কৰা নাই, এইবোৰ তেওঁৰ স্বকীয় কল্পনাপ্ৰসূত। প্ৰত্যেকটো অৱস্থা, ঘটনা আৰু পৰিস্থিতিক তেওঁ অতি ওচৰত থাকি চকুৰ আগত সংঘটিত হোৱাৰ দৰে বৰ্ণনা কৰিছে। কেৱল কৃষ্ণই নহয়, নন্দ, যশোদাকে আদি কৰি বিভিন্ন চৰিত্ৰক সজীৱতা আৰু স্বাভাৱিকতা দান কৰি জনগণৰ আপোন কৰি তুলিছে।

### তিনি

## মণিপ্ৰবাল ৰীতি

নাম্বুদ্ৰীসকলৰ সাংস্কৃতিক প্ৰভাৱৰ ফলত সংস্কৃত ভাষা আৰু সাহিত্যই কেৰল সমাজত যেতিয়া লাহে লাহে শিপাই ললে তেতিয়া সম্ভৱতঃ তামিলৰ প্ৰভাৱৰপৰা মুক্ত হোৱাৰ মানসেই হওক বা সংস্কৃতিৰ প্ৰতি নৱজাগ্ৰত আকৰ্ষণৰ কাৰণেই হওক মালয়ালম ভাষা আৰু সংস্কৃতৰ সমন্বয় ঘটিল। কবি-পণ্ডিতসকলে সংস্কৃত শব্দাৱলী আৰু প্ৰকাশনৰীতিৰ প্ৰতি অধিক আকৃষ্ট হ'ল। সংস্কৃত আৰু মালয়ালমৰ অবাধ সংমিশ্ৰণ ঘটিল। মণি হ'ল মালয়ালম আৰু প্ৰবাল হ'ল সংস্কৃত, গতিকে সংস্কৃত শব্দাৱলী আৰু মালয়ালমৰ সংযোগ ঘটাই সৃষ্টি কৰা সাহিত্যই মণিপ্ৰবাল সাহিত্য।

মণিপ্ৰবাল সাহিত্যৰ প্ৰধান সুৰটো আছিল আদি ৰসাত্মক। প্ৰেমৰ বিভিন্ন অৱস্থা, পূৰ্বৰাগ, বিৰহ, মিলন, মিলনৰ পিছত সাময়িক বিচ্ছেদ, পুনৰমিলন, বিভিন্ন ঋতুত দেখা দিয়া প্ৰেমৰ অভিব্যক্তি, কুলিৰ পঞ্চম, জোৎস্নাবিধৌত ৰজনী, প্ৰফুল্লিত কানন, বৰ্ষাত সৃষ্টি হোৱা প্ৰেমিকৰ উন্মনা ভাব—এইবোৰৰ অকুণ্ঠ প্ৰকাশ এই মণিপ্ৰবাল সাহিত্যৰ প্ৰধান বৈশিষ্ট্য। মণিপ্ৰবাল সাহিত্যৰ এটা শাখা হ'ল সন্দেশ কাব্য। ইয়াৰ বাহিৰেও ৰাজবংশ, স্থানবিশেষৰ গৌৰৱগাথামূলক, 'স্থলমাহাত্ম্য' প্ৰকাশক কাব্যৰচনাও এই প্ৰসঙ্গত উল্লেখযোগ্য। ইয়াৰ উপৰিও গদ্য-পদ্য মিহলি চম্পু কাব্যও দৃষ্টিগোচৰ হয়, কিন্তু এই চম্পু কাব্যসমূহ কিছু পৰৱৰ্তী ৰচনা বুলি অনুমান কৰা হয়। মণিপ্ৰবালৰীতিৰ অন্তৰ্ভুক্ত প্ৰেমগাথাত সাধাৰণতে কোনো এগৰাকী সুন্দৰী যুৱতীৰ প্ৰতি দেৱতা, গন্ধৰ্ব নাইবা মহৎ ৰজাৰ প্ৰেমৰ আকৰ্ষণ-বিকৰ্ষণ উপযোগী প্ৰাকৃতিক পৰিৱেশৰ মাজত বিকাশ লাভ কৰা দেখুৱা হয়। এনে প্ৰেমকাব্যৰ ভিতৰত 'উন্নিয়াচি চৰিতম', 'উন্নিচিৰুটেৱি চৰিত্ৰম', 'চেৰিয়াচি বৰ্ণনম' উল্লেখযোগ্য। প্ৰিয়তমা আৰু নৈসৰ্গিক প্ৰকৃতি এই কবিসকলৰ দৃষ্টিত একেটা মুদ্ৰাৰে দুটা ফাল। প্ৰিয়াৰ সৌন্দৰ্য আহৰণ কৰি প্ৰকৃতি সৌন্দৰ্যশালিনী নে, প্ৰকৃতিৰ শোভাৰাশি তিল তিলকৈ আহৰণ কৰি প্ৰিয়া মনোহাৰিণী—এই প্ৰশ্ন লৈ কবিসকল সন্দেহযুক্ত।

মণিপ্ৰবাল ৰীতিত ৰচিত 'সন্দেশ-কাব্য'ৰ নিদৰ্শন কেবাটাও পোৱা যায়। প্ৰিয়তমৰপৰা কাৰ্যবশাৎ আঁতৰি থাকি বিৰহ বিচ্ছেদৰ পোৰণিত প্ৰিয়জনলৈ প্ৰেমৰ সংবাদ প্ৰেৰণ এই কাব্যশ্ৰেণীৰ বিশেষত্ব। সংস্কৃত সাহিত্যত কালিদাসৰ 'মেঘদূত'ৰপৰা আৰম্ভ কৰি এই ধৰণৰ কেবাখনো কাব্য আছে। তাৰে আদৰ্শত কেৰল কবিয়ে সন্দেশ কাব্যৰ পৰম্পৰা সৃষ্টি কৰে। এনে ধৰণৰ কেইখনমান সন্দেশ কাব্যৰ উল্লেখ 'লীলাতিলকম' নামৰ পঞ্চদশ শতিকাৰ এখন কাব্যশাস্ত্ৰত পোৱা যায়, কিন্তু উল্লেখ কৰা সেই কাব্যবোৰৰ ভিতৰত সৰহ ভাগেই অৱলুপ্ত, মাত্ৰ দুই-এখনৰ চিনমোকাম এতিয়া পোৱা যায়। এনে সন্দেশ কাব্যৰ ভিতৰত 'উন্নুনিলী সন্দেশ' অন্যতম। এই কাব্য সম্ভৱতঃ চতুৰ্দশ শতিকাত ৰচিত হয়, কবিৰ নাম জনা নাযায়। কাব্যৰ কাহিনীটো চমুকৈ এনে—"নায়ক-নায়িকাই যৌৱন-উপভোগৰ পিছত এদিন ৰাতি এজনী যক্ষিণীয়ে নায়কৰ ৰূপত মুগ্ধ হৈ মায়াৰ বলত নায়কক নায়িকাৰ কাষৰপৰা অপহৰণ কৰি নিয়ে। নায়কক দক্ষিণ দিশৰফালে উৰুৱাই নিওতে নায়কে নিজৰ অৱস্থাৰ কথা গম পাই 'নাৰসিংহ মন্ত্ৰ' জপ কৰে। মন্ত্ৰৰ প্ৰভাৱত যক্ষিণীৰ মায়াবল টুটে আৰু তেওঁক ত্ৰিবান্দ্ৰমৰ কাষৰ এখন নগৰত এৰি থৈ অন্তৰ্ধান হয়। নায়কে নগৰৰ ভিতৰৰ এটা মন্দিৰত আশ্ৰয় লয় আৰু তাতে তেওঁৰ বন্ধু

আদিত্য বৰ্মাক লগ পায়। বন্ধুৰ মাৰফত তেওঁ প্ৰিয়তমা পত্নীলৈ প্ৰেমৰ বাৰ্তা প্ৰেৰণ কৰে। ত্ৰিবান্দ্ৰমৰপৰা নায়কৰ বাসস্থান কড়ুথুৰুথিলৈ যি পথ সেই পথ বন্ধুক নিৰ্দেশ কৰোঁতে কেৰল প্ৰান্তৰ প্ৰাকৃতিক শোভা, আৰু তাৰ লগত প্ৰেমিক অন্তৰৰ হৃদয়ৰ সংযোগ, নৰনাৰীৰ বিৱৰণ কেৰলৰ ভৌগোলিক পৰিবেশ আৰু ঐতিহ্য সুন্দৰভাৱে প্ৰকাশ কৰিছে। নায়িকা উন্নুনিলীৰ সৌন্দৰ্য আৰু তেওঁলোক বাস কৰা চহৰ আৰু ঘৰৰ বিৱৰণ, পশ্চিম সাগৰৰ ঢৌৱে কোবোৱা উপকূল, মাছমৰীয়া পালতৰা নাও, নাৰিকলৰ শাৰী, গ্ৰাম্য আৰু নাগৰিক যুৱতীৰ সৌন্দৰ্য, আম-কঠাল আৰু কলগছৰ বাৰী,—কুলিৰ কুউ ধ্বনি—এই সকলোবোৰ কাব্যখনত সেউজীয়া ৰূপত চিত্ৰিত হৈছে। আদি স্তৰৰ মণিপ্ৰবাল ৰীতিত ৰচনা কৰা আৰু দুখনমান গ্ৰন্থও এই প্ৰসঙ্গত উল্লেখযোগ্য। 'বৈশিক-তন্ত্ৰম' বৈশিকী কলা সম্পৰ্কে লিখা পুথি। সম্ভৱতঃ দামোদৰ গুপ্তৰ **'কুট্টিনীমত'** আদৰ্শত ৰচনা কৰা হৈছিল এই গ্ৰন্থ। বেশ্যাবৃত্তি সফলতাৰে আচৰণ কৰাৰ নিৰ্দেশ-উপদেশ এই গ্ৰন্থত সন্নিবিষ্ট। **'অনন্তপুৰ-বৰ্ণনম'** নামৰ আন এখন গ্ৰন্থত অনন্তপুৰত থকা ( ত্ৰিবান্দ্ৰম ) বিষ্ণু বিগ্ৰহৰ বন্দনা আৰু নগৰৰ পৰিচয় সন্নিবিষ্ট হৈছে।

মণিপ্ৰবাল-ৰীতিৰ দ্বিতীয় বা পৰৱৰ্তী স্তৰত সংস্কৃতৰ প্ৰভাৱ আৰু বৃদ্ধি পায়। প্ৰথম স্তৰত সংস্কৃত শব্দাৱলীৰ প্ৰয়োগ ঘটিলেও মালয়ালমৰ অনুপাত অধিক আছিল, কিন্তু দ্বিতীয় স্তৰত সংস্কৃত শব্দৰাজিৰ প্ৰাধান্য ঘটিল। এই দ্বিতীয় স্তৰৰ ৰচনাত পৌৰাণিক কাহিনীয়ে আগ স্থান ললে আৰু চম্পূৰীতিয়ে একাধিপত্যতা লাভ কৰিলে। কিন্তু কাহিনীৰ ৰূপাঙ্কণ আৰু বৰ্ণনাত কেৰলৰ প্ৰভাৱ এটি মন কৰিব লগীয়া বিশেষত্ব। কবিসকলে কেৰলবাসীক উদ্দেশ্য কৰি এই চম্পূ কাব্য ৰচনা কৰিছিল, গতিকে শ্ৰোতাৰ সহানুভূতি লাভৰ অৰ্থে কেৰলদেশীয় হাব-ভাব, ৰীতি-নীতি আৰু পটভূমিক বিশেষ স্থান দিয়াটো অতি স্বাভাৱিক কথা। এই সময়ত ৰচিত হোৱা চম্পূকাব্যৰ কিছুমান উল্লেখ কৰা হ'ল—ৰামায়ণ-চম্পূ, ভাৰত-চম্পূ, নৈষধ-চম্পূ, ৰাৱণবিজয়ম-চম্পূ, ৰুক্মিণীস্বয়ম্বৰ-চম্পূ, কামদহন-চম্পূ ইত্যাদি। সৰহভাগ চম্পূ কবিৰ নাম জনা নাযায়, কিন্তু ৰামায়ণ-চম্পূৰ কবি পুনাম আৰু নৈষধ-চম্পূৰ ৰচক মজমঙ্গল নাম্বুদ্ৰীৰ পৰিচয় কিছু পোৱা যায়। পুনাম নাম্বুদ্ৰী পঞ্চদশ শতিকাৰ কালিকটৰ জামৰিণৰ সভা কবি আছিল। এওঁৰ প্ৰসিদ্ধ গ্ৰন্থ হ'ল ৰামায়ণ-চম্পূ। সমস্ত ৰামায়ণৰ কাহিনী বিশটা প্ৰবন্ধত ( খণ্ড ) বিভক্ত কৰি এই চম্পূ ৰচনা কৰিছে। সংস্কৃত আৰু মালয়ালমৰ বাছকবণিয়া শব্দসম্ভাৰৰ অপূৰ্ব সংমিশ্ৰণ ঘটাই এই চম্পূকাব্য ৰচনা কৰিছে।

আন এজন উল্লেখযোগ্য চম্পূ কবি হ'ল মজমঙ্গল নাম্বুদ্ৰী। নৈষধ-চম্পূৰ

উপৰিও 'ৰাজৰত্নাৱলীয়ম', 'বাণযুদ্ধ' আদি কেবাখন কাব্য ৰচনা কৰি গৈছে। কিন্তু তেওঁৰ কৱিত্বপ্ৰতিভাৰ প্ৰকৃষ্ট নিদৰ্শন হ'ল নৈষধ-চম্পুহে। নল-দময়ন্তীৰ চিৰ-পৰিচিত মহাভাৰতৰ কাহিনীটোক তেওঁ নিজৰ কল্পনাৰে সজাই-পৰাই নতুন ৰূপত উপস্থাপন কৰিছে। ৰাজৰত্নাৱলীয়মত কোচিনৰ ৰাজপুৰুষ ৰাম বৰ্মাৰ লগত এগৰাকী বিদ্যাধৰীৰৰ প্ৰণয় কাহিনী বৰ্ণনা কৰিছে। তেওঁৰ 'কোডিয়বিৰহম' নামৰ আন এখন চম্পু কাব্যত সঙ্গীতকেতু নামে এজন ক্ষত্ৰিয়কুমাৰৰ লগত শৃঙ্গাৰচন্দ্ৰিকা নামৰ এগৰাকী যুৱতীৰ প্ৰণয়, বিৰহ আৰু পুনৰমিলনৰ চিত্ৰ অঙ্কিত হৈছে। এই দুয়োখন চম্পুত কেৰল প্ৰান্তৰ সামজিক আৰু দৈশিক প্ৰভাৱ যথেষ্ট লক্ষ্য কৰা যায়।

চম্পুকাব্য ৰচনা সময়ৰ সোঁতত অপ্ৰচলিত হৈ গ'ল। কিন্তু মালয় সাহিত্যক প্ৰতিষ্ঠা কৰাত এই শ্ৰেণী ৰচনাৰ মূল্য অস্বীকাৰ কৰিব নোৱাৰি। ওপৰত উল্লেখ কৰা চম্পুসমূহৰ উপৰিও আৰু বহুখিনি চম্পু সম্পূৰ্ণ বা খণ্ডিত ৰূপত পোৱা গৈছে। প্ৰকাশন ৰীতিৰ ক্ষেত্ৰত সংস্কৃতৰদ্বাৰা প্ৰভাৱান্বিত হলেও সংস্কৃত আৰু মালয়ালমৰ সমন্বয় ঘটাই যি নতুনত্ব সম্পাদন কৰিলে তাৰদ্বাৰা মালয়ালম ভাষা সমৃদ্ধ হোৱাৰ উপৰিও জনসাধাৰণৰ বোধগম্য একশ্ৰেণী ৰসসাহিত্যৰ সৃষ্টি হ'ল।

দ্বিতীয় স্তৰৰ মণিপ্ৰবাল-সাহিত্যত কেৱল চম্পুৱেই একমাত্ৰ সাহিত্যসৃষ্টি নহয়, কাব্য, স্তোত্ৰ আৰু মুক্তকো ৰচিত হৈছিল। কাব্যৰ ভিতৰত চন্দ্ৰোৎসৱ কাব্য উল্লেখযোগ্য। এই কাব্যত বৰ্ণনা কৰিছে যে এজন কিন্নৰে তেওঁৰ প্ৰিয়তমাৰ সৈতে বৈদুৰ্যগিৰিত বিহাৰ কৰোঁতে এটা সুবাসৰদ্বাৰা আকৃষ্ট হৈ সেই সুবাস ক'ৰপৰা আহিছে অনুসন্ধান কৰিবলৈ কিন্নৰক অনুৰোধ কৰে। কিন্নৰে সুগন্ধ অনুসৰণ কৰি কেৰলৰ চিক্কিলপল্লী নামে ঠাইৰ মন্দিৰত এজনী দেৱদাসীয়ে চন্দ্ৰোৎসৱ উপলক্ষে জ্বলোৱা প্ৰদীপৰপৰা সেই সুগন্ধ নিঃসৃত হোৱা দেখা পায়। কিন্নৰে আদিৰপৰা অন্তলৈকে চন্দ্ৰোৎসৱ দৰ্শন কৰি প্ৰিয়তমাৰ ওচৰলৈ উভতি আহি তাৰ বিশদ বিৱৰণ দিয়ে। ৰজা, সামন্ত, ব্ৰাহ্মণ, নৰ্তক-নৰ্তকী আৰু আৰতি কৰা দেৱদাসীৰ পৰিচয়, ৰূপলাৱণ্য আৰু স্বভাৱ-চৰিত্ৰ আদি বৰ্ণনা কৰে। এই কাব্যৰ প্ৰধান চৰিত্ৰ হ'ল মৈদিনী ৱেন্নিলবু নামৰ দেৱদাসী গৰাকী আৰু প্ৰধান ৰস হ'ল শৃঙ্গাৰ। সেই কাৰণে ৰতিভাৱৰ অনুকূল বৰ্ণনাৰ আধিক্য লক্ষ্য কৰা যায়। দেৱদাসী বা গণিকা যি কাব্যত প্ৰধান নায়িকা সেই কাব্য শৃঙ্গাৰপ্ৰধান হোৱা একো অস্বাভাৱিক নহয়।

এই কালছোৱাত চম্পু আৰু কাব্যৰ বাহিৰেও বহুখিনি মুক্তক কবিতা ৰচনা কৰাৰ প্ৰমাণ পোৱা যায়। এই মুক্তক কবিতাৰ প্ৰধান বিষয়বস্তু হ'ল সুন্দৰী যুৱতীৰ প্ৰশস্তি নাইবা ৰাজবন্দনা।

# চীনা কবিতাগুচ্ছ

নীলমণি ফুকন

ৰাষ্ট্ৰীয় অনৈক্য আৰু অশান্তিৰে ক্ষত-বিক্ষত এটা যুগত জন্ম হৈছিল পাও চাওৰ। নিৰ্জনবাসী এই কবিৰ কবিতা যেন বিষাদৰ মন্ত্ৰস্বৰ। টু ফু বিশ্বসাহিত্যৰেই এজন অতি গুৰুত্বপূৰ্ণ কবি। তেওঁৰ কবিতাৰ লগত আমাৰ পাঠক ইতিমধ্যে পৰিচিত হৈছে। নাচনী ছোৱালীৰ সঙ্গসুখত আত্মহাৰা ওৱেন টিং য়ুন আছিল চীনা গীতি-কবিতাৰ এজন দিকপাল। চুং সম্ৰাটৰ হাতত পৰাজিত হৈ বন্দী অৱস্থাতে দক্ষিণ টাং বংশৰ শেষ ৰজা লি য়ুৎঙৰ মৃত্যু হৈছিল। দহজন সৰ্বশ্ৰেষ্ঠ চীনা কবিৰ এজন বুলি স্বীকৃত শ্বু টুং পোৰ এই অনূদিত কবিতাটো তেওঁৰ আটাইতকৈ বিখ্যাত চুটি কবিতা। চু শ্বু ছেনৰ সম্বন্ধে বিশেষ একো জনা নাযায়। এই কবিতাগুচ্ছ চি জে চেন, মাইকেল বুলক, চি বাৰ্চ, ৰেক্সৰথ আৰু জি ডব্লিও বেক্সটাৰৰ ইংৰাজী ভাঙনিৰ আলমত অসমীয়া কৰা হৈছে। ঃ অনুবাদক

## পাও চাও

[ খৃঃ ৪১৪—৪৬৬ ]

*উত্তৰৰ তোৰণৰ মাজেৰে ঘোঁৰাৰে যাওঁতে*
*হঠাৎ শোকে মোক খুন্দা মাৰি ধৰে।*
*চাৰিওফালে চাই কেৱল দেখিবলৈ পাওঁ*
*বিষণ্ণ কবৰবোৰৰ ওপৰত পাইন আৰু*
*চাইপ্ৰেছবোৰ।*

সিইঁতৰ নীল আন্ধাৰত
এটা নিশাচৰ পখীয়ে জিবায়।
মানুহে কয় কোনো প্ৰাচীন ৰজাৰ প্ৰেতাত্মা বুলি।
অন্তহীন তাৰ অন্ত্যেষ্টিকালীন
শোকৰ গান
আৰু তাৰ আউলীয়া পাখি
অপৰাধীৰ চুলিৰ দৰে থিয় হয়।
ইটোৰপৰা সিটো ডাললৈ সি উৰি যায়
পোক আৰু পতঙ্গ বিচাৰি।
পাহৰিলে নে কি সি তাৰ ৰাজপদ?
বহু পৰিবৰ্তনেই অভাৱনীয়।
দুখৰ অত্যধিক বোজাৰে ভৰা মোৰ হৃদয়ে
নাজানে কোনো উত্তৰ।

## টু ফু

[ খৃঃ ৭১২—৭৭০ ]

সেঙেতা চেঁচুকত বাঁহবোৰৰ তলত
মই শোওঁ,
ফৰিংফুটা জোনাকৰ তলত
উষাৰ নিৰ্জন প্ৰান্তৰত
নিবিড় নিয়ৰ হয় নিমজ কোমল কুঁৱলী।
এটা এটাকৈ তৰাবোৰ মাৰ যায়।
ৰৈ যায় কেৱল জোনাকীবোৰ।
পানীৰ ওপৰেৰে চিয়ঁৰে চৰাইবোৰে।
যুদ্ধই সৃষ্টি কৰে তাৰ পৰিণতি।
উদ্বিগ্ন হৈ কি লাভ,
চকু টিপ নমৰাকৈয়ে যেতিয়া দীঘল ৰাতি যায়।

## লি য়্যুউ

[ খৃঃ ৯৩৭—৯৭৪ ]

*দোকমোকালিৰ লগে লগে জোনটো ঢলি পৰে ।*
*অদৃশ্য হয় ৰাতিপুৱাৰ মেঘ ।*
*আকুল আশাৰে, সুগন্ধি পথাৰলৈ ঘূৰি যোৱা*
*কামনা-বাউল সপোনৰ ভাৱনাৰে*
*গাৰুবোৰত আউজি মই নিচুপ হৈ ৰওঁ ।*
*আকাশ ওখ । দৈবাৎ শুনা যায় ৰাজহাঁহবোৰৰ মাত ।*

*অৰিওলবোৰ কিচকিচাই উৰি যায় ।*
*সৰি চিৰ্গি ভাগি পৰে অৱশেষ ফুলবোৰ ।*
*কাৰেঙটোৰ সোঁ মাজত মই অকলশৰীয়া ।*
*বাগিছাখনত সৰাপাতবোৰ সাৰি পেলাবলৈ*
*সিহঁতক মানা কৰা ঃ*
*ঘৰলৈ যাওঁতে নাচনী-ছোৱালীবোৰক*
*সৰা পাহিবোৰ গছকি যাবলৈ দিয়া ।*

## শ্বু টুং পো

[ খৃঃ ১০৩৬—১১০১ ]

*ৰিব্ ৰিব্ কৈ পূবৰ বতাহজাক বলে ।*
*ঘন সুগন্ধী কুঁৱলীত ভাহে*
*ওলাই অহা জোনৰ পোহৰ ।*
*বাৰাণ্ডাখনৰ ঠিক চুকেদি*
*জোন ওলায় ।*
*কেৱল ভয় হয় মোৰ*
*জানোচা নিশা দুপৰত ফুলবোৰ টোপনি যায় ।*
*সিহঁতৰ তেজ-জলমলীয়া ৰূপ*
*উজলাবলৈ মই তুলি ধৰোঁ*
*সোণখটোৱা দানিত এডাল মম ।*

# চু শ্বু ছেন

[ খ্ৰীঃ ১২০০— ? ]

এলানি কাঁড়ৰ দৰে বতাহজাকে মোৰ আঁঠুৱাখন
থকা-সৰকা কৰে। নিশাপহৰীয়াৰ ঢাকৰ দৰে
শীতল বৰষুণজাকে ধুমধুমায়।
স্তন দুটা মোৰ হিম হৈ গোট মাৰি আহে।
সোঁতমোচ কঁথাখনত কুঁচিমুচি মই
শুব নোৱাৰোঁ।
শীহৰ দৰে মোৰ দেহাৰ ভিতৰখন।
ধাৰাসাৰে সৰে মোৰ চকুলো।
হেমন্তৰ ভঙা হৃদয়ৰ দৰে উচুপে
মোৰ খিৰিকীৰ সিপাৰৰ বাঁহবোৰে।
ৰঙীণ খাপৰিবোৰত বৰষুণে চৰচৰায়।
কাহানিও নুপুৱাব এই ৰাতি। আন্ধাৰত
গোট মাৰি অকলে মই
দুখৰ লেখ লৈ বলিয়া হম।
কলিজাখন মোৰ এনেকৈ ধপ্ ধপায়
যেন ই ভাগি পৰিব।
বাঁহৰ গোটৰ দৰে কৃশ মোৰ দেহাৰ ভিতৰত
নাড়ীবোৰ পাক লয়, জোট লাগে।
কাহানিবা ত্ৰাণ পাম নে মই এই যন্ত্ৰণাৰপৰা ?
মোৰ খিৰিকীখনৰ সিপাৰৰ কলপাতবোৰত এতিয়া মই
বৰষুণে জৰজৰোৱা শুনো,
প্ৰহত প্ৰতিখন কলপাতেই অন্তৰত ধাৰণ কৰে
অমেয় বেদনা।

# জ্যোতিপ্ৰসাদৰ দৃষ্টিত আধুনিক অসমীয়া সংস্কৃতিসেৱাৰ দায়িত্ব

প্ৰায় ছাবিশ-সাতাইশ বছৰৰ আগতে জ্যোতিপ্ৰসাদ আগৰৱালাই সংস্কৃতিৰ সাধনা আৰু অসমীয়া সংস্কৃতিসেৱীৰ দায়িত্ব সম্পৰ্কে কৈ যোৱা কেইটামান মৌলিক আৰু গুৰুত্বপূৰ্ণ কথা 'সংজ্ঞা'ৰ প্ৰথম সংখ্যাতে সোঁৱৰা হ'ল। কথাকেইটা 'জ্যোতিধাৰা'ৰ ৬০—৬১, ৫৩, ৭৭, ৩৭, ৪০, ৮০-৮১, ৮৭, ১০২-১০৫ পৃষ্ঠাৰপৰা লোৱা হৈছে।—সম্পাদক ॥

ললিত কলা, শিল্প, সাহিত্য, স্থাপত্য আৰু সঙ্গীতৰ···। কিন্তু ক'তা ? এইবিলাকত আমাৰ জাতীয় প্ৰতিভা টিমিক-টামাক। এয়ে হলে আমাৰ পৰিত্ৰাণ নাই। আমি এই বিষয়ৰ চাকিবোৰ উগ্ৰ সাধনা আৰু কঠোৰ তপস্যাৰে জ্বলাই তাৰে লুইতৰ পাৰত প্ৰতিভাৰ দীপাৱলী পাতিব লাগিব ; নহলে আমাৰ ভৱিষ্যতৰ সোণালী সপোন ধোঁৱা হৈ উৰি যাব।···এই সাধনা, তপস্যাত নিজৰ জীৱনৰ আন আশা-আকাঙ্ক্ষা এৰি হলেও দেশৰ কিছু ডেকাই এই বিষয়বোৰৰ বাবে আত্মোৎসৰ্গ কৰক। অসমৰ নতুন কৃষ্টি আৰু সভ্যতা জিলিকি উঠক।

*

সংগ্ৰাম আৰু বিপ্লৱৰ সময়তো দেশৰ কিছু সংখ্যাই কৃষ্টি আৰু সভ্যতাৰ চাকিবোৰ নুনুমুৱাকৈ জ্বলাই ৰাখিব লাগে। জ্বলাই ৰাখিব নোৱাৰিলে তাৰ পৰিণতি সাংঘাতিকো হব পাৰে।

*

কবি, শিল্পী, সাহিত্যিকসকল মাত্র **সাংস্কৃতিক আদৰ্শত স্থিৰ হৈ থাকি ;** ৰাজনৈতিক আৰু অৰ্থনৈতিক আদৰ্শবোৰৰপৰা নিৰপেক্ষ হৈ থাকিব লাগিব। নিৰপেক্ষ মানে সেইবোৰৰপৰা নিজকে আঁতৰ কৰি ৰখা নহয়, কিন্তু পদুমপাতৰ পানীৰ দৰে সকলো আদৰ্শৰে স্বৰূপ চাবলৈ, তাৰ তত্ত্ব-তথ্য, তাৰ পিছত কি সত্য তাক জানিবলৈ...তেওঁ নিৰপেক্ষভাৱে সকলোকে চাব পৰা মনৰ অৱস্থালৈ আহিব লাগিব। তেতিয়াহে শিল্পীয়ে, কবিয়ে, সাহিত্যিকে **সাংস্কৃতিক আদৰ্শৰ কোন ফালেদি সফলতা হব** তাক জনগণক কব পাৰিব।

*

মানৱ-সংস্কৃতিৰ উচ্চতাৰ বিকাশ হয় **মানৱ-মণীষা, প্ৰতিভা, কল্পনা, মেধা,** বুদ্ধি থকা মনটোৰ যোগেদি আৰু তাৰ ব্যাপকতা বিকাশ হয় জনতাৰ মাজত।

*

...আমি যি কৰ্মই কৰোঁ, যি চিন্তাই কৰোঁ, যি সপোনেই দেখোঁ সকলোকেই এই সংস্কৃতিৰ ত্ৰিভুজটো সমান অনুপাতে ওখ আৰু বহল কৰাত খটাব লাগিব। ওখ নকৰিলে তাক বহলাবও নোৱাৰি আৰু বহলাই ওখকৈ নিলেহে তাৰ স্থায়িত্ব শক্তিমন্ত হয়। সংস্কৃতিক ওখ কৰি স্থায়ী কৰিবলৈ তাক বহলাবই লাগিব আৰু **বহলালে ওখ কৰিবই লাগিব।** নহলে বহলাবলৈকে নাটিব।

*

যুদ্ধ আৰু বিপ্লৱে—এই দুয়োটা কথা আজিলৈকে হিংসানীতিৰ ওপৰত প্ৰতিষ্ঠিত হৈ থকাৰ বাবে সমাজৰ কোনো সমস্যা সমাধানকল্পে ইয়াৰ প্ৰয়োগ হলে মানুহৰ নীচ সংস্কৃতি-বিৰোধী আৰু দুস্কৃতিৰ পৰিপোষক প্ৰবৃত্তিবোৰ সাৰ পাই উঠি ক্ৰিয়া কৰিবলৈ ধৰে। সেইবোৰক সেই যুদ্ধ আৰু বিপ্লৱৰ সময়ত সংযতকৈ ৰাখিব পৰা সংস্কৃতিৰ পহৰীয়াবোৰক নিয়োগকৈ ৰাখিব নোৱাৰিলেই, সংস্কৃতিক একাষৰীয়া কৰি দুস্কৃতিয়ে সমাজত প্ৰভুত্ব কৰিবলৈ ধৰে।......

...শিল্পী, সাহিত্যিক, কবি, দাৰ্শনিক হৈ আজি দেশক এই সাংস্কৃতিক ভ্ৰষ্টতাৰপৰা উদ্ধাৰ কৰিবলৈ যি নিজৰ কৰ্তব্যৰ আওহেলা কৰিব, নিজৰ ৰাইজৰ প্ৰতি কৰ্তব্য উপলব্ধি নকৰি মাথোন পলাতকৰ মনোবৃত্তিৰে সমাজৰ, দেশৰ জীৱনৰ বেমেজালিৰপৰা আঁতৰি সপোনৰ মায়াজালৰ বুলনি চ'ৰাতেই থাকিব খুজিব সেই

সকল নিশ্চয়েই আজি বিপদৰ সময়ত দেশৰ প্ৰতি কৰ্তব্য পালন নকৰাৰ দোষত পৰিবই লাগিব।……মানৱক জনসাধাৰণক এই **সাংস্কৃতিক আদৰ্শত স্থিৰকৈ ৰাখিবলৈকে** কবি, শিল্পী, সাহিত্যিকসকলৰ সমাজত প্ৰধান অস্তিত্ব।

*

…আজি প্ৰগতিৰ বাটৰ আলোক যাত্ৰীৰ প্ৰথম কৰ্তব্য আৰু প্ৰধান সাধনা হব লাগিব—মানুহৰ অন্তৰ-সংস্কৃতি প্ৰতিষ্ঠা কৰাটো। আমি হয়তো সংঘাতৰ যোগেদি পৃথিৱীৰ অৰ্থনৈতিক অসামঞ্জস্যতা কিছু দিনলৈ গুছাব পাৰোঁ, কিন্তু লগে লগে অন্তৰ-সংস্কৃতি যদি প্ৰতিষ্ঠা কৰিব নোৱাৰোঁ, তেন্তে পৃথিৱীত আকৌ অৰ্থনৈতিক অসামঞ্জস্যতাই দেখা দিবই, কাৰণ মানুহৰ যি সাংস্কৃতিক দৃষ্টিভঙ্গী থাকে সিয়েই অৰ্থনীতি, সমাজনীতি আৰু ৰাজনীতিত প্ৰতিফলিত হয়।

*

…বিশ্ববৈচিত্ৰ্য ৰক্ষা কৰিবলৈ আমি আমাৰ অসমীয়া সভ্যতা-সংস্কৃতি ৰক্ষা কৰিবলৈ কি চিন্তা বা কৰ্ম কৰিম সি সঙ্কীৰ্ণ প্ৰাদেশিকতা হব নোৱাৰে। কিন্তু আমি যদি আমাৰ সভ্যতা-সংস্কৃতিক এই সাৰ্বভৌম আদৰ্শৰপৰা আঁতৰাই আমাৰ মনটোক কেৱল লুইতৰ বৰচাপৰিতেই এৰাল দি থওঁ তেন্তে আমাৰ মনটো অসমৰ গৰুৰ দৰেই টিলিকা হৈ থাকিব। আমাৰ সংস্কৃতি, সাহিত্য, কলা সকলোৱেই থাকিব অসমৰ নামঘৰতে পৰি। অসমীয়া সাহিত্যক আমি যদি বিশ্বসভাত আগশাৰীত বহুৱাব খোজোঁ তেন্তে অসমীয়া সাহিত্যিকৰ চিন্তাই বিশ্বক সামৰিব লাগিব। …মূঠৰ ওপৰত আমি অসমীয়াই বিশ্বমানৱ হৈ ফুটি উঠিব খোজোঁ, তাকে আমি হব খোজোঁ সভ্যতা-সংস্কৃতিৰ মৌলিকতাৰ মাজেদি আমাৰ বৈশিষ্ট্যৰ ভিতৰেদি। …আজি পৃথিৱীৰ নানা দেশৰ মডাৰ্নিষ্ট, কিউবিষ্ট, ফিউছাৰিষ্টিক আৰ্কিটেকছাৰ দেখিলেই মানুহৰ মনলৈ এটা অভিনৱ কম্পন আহে। মানুহ জাতিটো যেন এটা নতুন আলোকৰ যুগলৈ ওলাইছে।

# ব্লেকমাৰৰ দৃষ্টিত আধুনিক যুগত সাক্ষৰতা আৰু নব্য-নিৰক্ষৰতাৰ সমস্যা

পৰিবেশক ঃ টাবু টাইড

[ মানৱ-জীৱনৰ ওপৰত জড়শক্তিৰ অভূতপূৰ্ব প্ৰভাৱ আৰু শিক্ষাৰ ব্যাপক প্ৰসাৰ আধুনি বিশ্বৰ প্ৰধান আৰু উল্লেখযোগ্য বৈশিষ্ট্য। কিন্তু জড়শক্তি বৃদ্ধিৰ অনুপাতে মানুহৰ মনৰ শক্তি বৃ নোপোৱাত মানৱ-সমাজ আজি এক বৌদ্ধিক আৰু সাংস্কৃতিক সংকটৰ সন্মুখীন। আকৌ শিক্ষ প্ৰসাৰ হলেও শিক্ষাৰ গুণগত দিশটো বিপন্ন হোৱাৰ ফলত আমাৰ সমাজ-জীৱনৰ বিভিন্ন দিশক এ নতুন ধৰণৰ নিৰক্ষৰতাই গ্ৰাস কৰি পেলাইছে।

'Toward a Modus Vivendi' নামৰ প্ৰবন্ধটোত আমেৰিকাৰ এজন প্ৰথম শাৰীৰ সাহি সমালোচক, চিন্তাবিদ আৰু কবি R. P. Blackmur-এ ওপৰত উল্লেখ কৰা সমস্যাটোৰ এটা তী বিচাৰ দাঙি ধৰিছে। ইউৰোপৰ লগতে মধ্যপ্ৰাচ্যৰো কেইবাখনো দেশত ভ্ৰমণ কৰাৰ পিছত চনত সমাজ আৰু ৰাজনীতি সম্পৰ্কেও তেওঁৰ মনৰ প্ৰতিক্ৰিয়া ইয়াত প্ৰকাশ কৰিছিল।

উক্ত সমস্যাৰ প্ৰসঙ্গতে ব্লেকমাৰে বৌদ্ধিক উৎকৃষ্টতাৰ প্ৰতি, প্ৰকৃত উচ্চ শিক্ষাৰ গুণগত উৎক সাধনৰ প্ৰতি সচেতন হবৰ কাৰণে সমাজক আহ্বান জনাইছে। অন্ততঃ ধীশক্তিৰ প্ৰতি তেওঁৰ গভী শ্ৰদ্ধাক আমিও শ্ৰদ্ধাৰ চকুৰে চাবলৈ বাধ্য।

প্ৰবন্ধটোৰ যিখিনি কথা আমাৰ ভাৰতবৰ্ষ আৰু বিশেষকৈ অসমৰ নিচিনা ঠাইৰ কাৰ বিশেষভাৱে প্ৰাসঙ্গিক সেইখিনি পোহৰত ৰাখি প্ৰবন্ধটো সংক্ষিপ্ত ৰূপত অসমীয়াত দাঙি ধৰা হ'ল।

ব্লেকমাৰে আধুনিক যুগৰ যিটো বিশেষ ৰোগৰ কথা উল্লেখ কৰিছে, যিটো ৰোগ আজি পৃথিবী প্ৰায় সকলো দেশতেই বিয়পিছে, অথচ যিটো ৰোগৰ সন্মুখত কিছুমান সমাজৰ হাতত এতিয় কিছুমান ৰক্ষা-কবচ আছে—সেই ৰোগটোৱে কোনো সাৰ্থক আধুনিক বৌদ্ধিক চিন্তাৰ আৰু কল এটা ঐতিহ্য নথকা, মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ সংখ্যাবৃদ্ধিৰ সমান্তৰালভাৱে উচ্চ শিক্ষা গুণগত মান ৰক্ষা কৰাৰ প্ৰয়োজনটোৰ বিষয়ে সচেতন নোহোৱা অসমীয়া সমাজখনত কেনে ধৰণ ক্ৰিয়া কৰিব পাৰে আৰু তাৰ প্ৰতিকূলে এতিয়াই অসমীয়া সমাজখনত কিছুমান প্ৰতিষেধক ব্যৱ গঢ়ি তোলাৰ বাবেও কিয় সংগ্ৰাম চলাব লাগে—সেই বিষয়ে অসমীয়া সমাজত এটা চেতন সঞ্চাৰিত হব বুলি আশা কৰিছোঁ। —টাবু টাইড ]

আধুনিক যুগত ভৌতিক শক্তি (physical energy) আৰু সাৰ্বজনীন সাক্ষৰতাই (universal literacy) যি সমস্যাৰ সৃষ্টি কৰিছে সেইটো বিচাৰ কৰি চাবৰ প্ৰয়োজন হৈছে। নতুন ভৌতিক শক্তিৰ লগত আজি আমাৰ ধী-শক্তিয়ে ফেৰ মাৰিব পৰা নাই আৰু সাৰ্বজনীন সাক্ষৰতাই আমাৰ সংস্কৃতিক এক প্ৰকাৰৰ নতুন নিৰক্ষৰতালৈ নমাই আনিছে।

ভৌতিক শক্তিৰ সৰ্বগ্ৰাসিতাই আৰু সাৰ্বজনীন শিক্ষাৰ প্ৰসাৰে সৃষ্টি কৰা সমস্যা দুটা ওতপ্ৰোতভাৱে জড়িত, কিয়নো, সাৰ্বজনীন শিক্ষাই সৃষ্টি কৰা নব্য-নিৰক্ষৰতা যিমানেই ৰাজনৈতিক শক্তিৰ উৎস হয়, ভৌতিক শক্তিসমূহ সিমানেই আমাৰ কবলৰ বাহিৰ হব আৰু আমাৰ মূল উদ্দেশ্যৰপৰা আঁতৰ হব। বৰ্তমান আমেৰিকাই বিশ্ব-ৰাজনীতিত যি নিৰৰ্থক উত্তেজনাময় ভূমিকা গ্ৰহণ কৰিছে তাতেই ইয়াৰ এটা উদাহৰণ পোৱা যায়। নব্য-নিৰক্ষৰতাৰ কাৰণে আমেৰিকাই ভৌতিক শক্তিসমূহ চলাব পৰা নাই আৰু অন্যান্য দেশৰ নব্য-নিৰক্ষৰতাৰ কাৰণে আমেৰিকাৰ নিৰৰ্থক উত্তেজনাও বৃদ্ধি পাইছে। ধী-শক্তিপুষ্ট মানৱ-ভাষাৰ যোগেদিয়েই বিশ্বৰ সংস্কৃতি গঢ়ি উঠিছিল ঃ ইয়াৰ অধঃপতনলৈ চাই কব পাৰি যে পৃথিৱীখন নৈতিক আত্মহত্যাৰ ফালে আগুৱাই গৈ আছে। ধী-শক্তিপুষ্ট ভাষাৰ যোগেদি আমাৰ উদ্দেশ্য প্ৰকাশ কৰিবলৈ হলে এটা উন্নত পৰ্যায়ৰ সাক্ষৰতাৰ আৱশ্যক। কিন্তু বৰ্তমানৰ সাৰ্বজনীন সাক্ষৰতাৰ ৰূপটো তত্ত্বৰ ক্ষেত্ৰত যিয়েই নহওক, কাৰ্যক্ষেত্ৰত ই কেৱল আহুকলীয়া অজ্ঞতাহে বৃদ্ধি কৰিছে।

কব পাৰি যে নব্য-নিৰক্ষৰতা, বৌদ্ধিক প্ৰলিটেৰিয়েটৰ আবিৰ্ভাৱ, আৰু এই দুটাৰ লগতে উদ্ভৱ হোৱা পাঠক-দৰ্শক-শ্ৰোতাৰ (audience) ওপৰত আনুষ্ঠানিক সমাজৰ বৰ্ধমান অবিশ্বাস—এইবোৰৰ বিৰুদ্ধে সংগ্ৰাম কৰাটোৱেই আমাৰ যুগৰ মানুহৰ এটা বিশেষ সমস্যা। জন-সমাজৰ আবিৰ্ভাৱ আৰু সাৰ্বজনীন শিক্ষাৰ প্ৰসাৰৰ ফলতে উক্ত সমস্যাবোৰৰ সৃষ্টি হৈছে। তিনিওটা সমস্যাই বিভিন্ন সময়ত কম-বেছি পৰিমাণে গোটেই পৃথিৱীতে দেখা দিছে। এই সমস্যাসমূহ জটিল প্ৰকৃতিৰ আৰু মাজে সময়ে এইবোৰে সঙ্কটপূৰ্ণ বিস্ফোৰণৰ সৃষ্টি কৰে। একে আষাৰে কবলৈ গলে, মানৱ-জ্ঞান (human intelligence) আজি এক ভয়ানক ৰোগৰ দ্বাৰা আক্ৰান্ত। এইখিনিতে অৱশ্যে নব্য-নিৰক্ষৰতা; বৌদ্ধিক প্ৰলিটেৰিয়েট আৰু পাঠক-দৰ্শক-শ্ৰোতাৰ ওপৰত আস্থাহীনতা সম্পৰ্কে কিছু কথা কোৱা দৰ্কাৰ।

সেইসকলেই নব্য-নিৰক্ষৰ লোক যিসকলে লিখিব পঢ়িবলৈ শিকিলেও কি পঢ়িব লাগে অথবা কিভাৱে পঢ়িলে ভাল হয় সেই কথা জনাৰ উপায়ৰপৰা বঞ্চিত। নব্য-নিৰক্ষৰৰ অধ্যয়নৰ সমল একে নব্য-নিৰক্ষৰতাৰ প্ৰতিনিধি স্থানীয় বাতৰি-কাকতে

সৰ্বত্ৰ যোগান দিয়ে। নব্য-নিৰক্ষৰৰ প্ৰজ্জ্বলনমুখী মতকে জনগণৰ ইচ্ছা বুলি আমি ভুল কৰোহঁক। আমেৰিকাৰ চিনেটৰ মেকাৰ্থি, ইৰাণৰ ডঃ ম'চাডেগ, ইজিপ্তৰ জেনেৰেল নেগুইব আৰু কৰ্ণেল নাচেৰ—নব্য-নিৰক্ষৰতাই সৃষ্টি কৰা সমস্যাৰ এওঁলোক একোটাইঁত উদাহৰণ। এওঁলোকৰ নিৰক্ষৰতাই আমাক এটা শিক্ষা দিয়ে ঃ পৃথিৱীৰ সকলো দেশৰ কাৰণে সমাজৰ প্ৰয়োজনসমূহ আৰু লক্ষ্য সম্পৰ্কে সচেতন হবলৈ শিকা একশ্ৰেণী উৎকৃষ্ট শিক্ষিত লোকৰ প্ৰয়োজন। এনে একশ্ৰেণী শিক্ষিত লোকৰ উৎকৃষ্টতা সম্পৰ্কে অৱশ্যে আমাৰ মনত আজি বিৰূপ ধাৰণাৰ সৃষ্টি হৈছে, কাৰণ উচ্চ শিক্ষাৰ ক্ষেত্ৰত প্ৰকৃত সাক্ষৰতাৰ গভীৰ আদৰ্শ নোহোৱা হৈছে। ঠিক উচ্চ শিক্ষাৰ ক্ষেত্ৰতে নব্য-নিৰক্ষৰতাই সাধাৰণ মানৱ-জ্ঞানৰ ব্যাপক ক্ষতি সাধন কৰিছে। আৱৰ দেশত (আমেৰিকাৰ) ফ্ৰেঙ্কলিন প্ৰেছৰ ভূমিকা, চলজ্‌বাৰ্গ চেমিনাৰসমূহৰ মানদণ্ড ইচ্ছাকৃতভাৱে তললৈ নমোৱাৰ কথাটো, অথবা, য়ুচিচে ( usis ) টে আভিভত টাৰ্জান গ্ৰন্থসমূহ লৈ ৰুচৰ টলষ্টয়ৰ লগত ফেৰ মাৰিবলৈ যোৱাৰ কথাটো —এই সকলোবোৰ আমেৰিকাৰ নব্য-নিৰক্ষৰতাৰেই স্বৰূপ। নিজকে ইচ্ছাকৃতভাৱে নব্য-নিৰক্ষৰতাৰ স্তৰলৈ নমাই আনিলে নিজৰ যিকণ সাক্ষৰতা থাকে তাৰ ওপৰতো বিশ্বাস হেৰাই যায়।

মহৎ নহলেও যিসকলৰ নিজৰ একোটা গুণ আছে আৰু যিসকলে উচ্চশিক্ষাৰ উৎকৃষ্ট অংশ আহৰণ কৰিছে অথচ নিজা গুণ আৰু শিক্ষাৰ সদ্ব্যৱহাৰ কৰিব নোৱাৰি যিসকল লোক সমাজৰপৰা বিচ্ছিন্ন—সেইসকল লোকৰ সমষ্টিয়েই বৌদ্ধিক প্ৰলিটেৰিয়েট। বুদ্ধিজীৱীৰ ওপৰত আমেৰিকাৰ আস্থাহীনতা আৰু লগে লগে বুদ্ধিজীৱীৰো নিজৰ ওপৰত আস্থা কমি যোৱাটো জনতাৰ সমাজ আৰু সাৰ্বজনীন শিক্ষাৰ দুখ লগা ফল। ইজিপ্ত, লেবানন আৰু তুৰস্কতো একেই কথা। আচলতে সাক্ষৰতা আজিকালি তেনেই পাতল বস্তু হৈ পৰিছে আৰু উচ্চশিক্ষাত নব্য-নিৰক্ষৰতাৰ অনধিকাৰ প্ৰৱেশ ঘটিছে।

বিভিন্ন সামাজিক লক্ষ্য বা পথ নিৰ্বাচনৰ ক্ষেত্ৰত পাঠক-দৰ্শক-শ্ৰোতা তেনেই অকামিলা বুলি আমি এটা ভুল ধাৰণা গ্ৰহণ কৰোঁ। আমাৰ ভাবৰ গুণখিনিৰ যি সময়ত আটাইতকৈ বেছি প্ৰয়োজন হয় তেনে সময়তে উক্ত ভুল ধাৰণাৰ ফলত সেইখিনি গুণৰ ক্ৰিয়া নোহোৱা হৈ পৰে। অথচ, আমাৰ নিজস্ব বিশ্বাসসমূহ প্ৰতিপন্ন কৰিবলৈ হলে সেইবোৰ গুণৰ বিশেষ প্ৰয়োজন। সকলো কৰাৰ পিছত আমাৰ যিটো বস্তু বৈ যায় সেইটো হৈছে আমাৰ ভাবৰ গুণখিনি, কিয়নো ভাবৰ গুণখিনিয়েই হৈছে আমাৰ গভীৰ প্ৰত্যয়ৰ প্ৰকাশিত ৰূপ। এই কথা উপলব্ধি নকৰাৰ ফলত পাঠক-দৰ্শক-শ্ৰোতাক আমাৰ বিশ্বাসৰ কথা নকৈ তেওঁলোকে কি

বিশ্বাস কৰিব পাৰে তেনে কথাহে তেওঁলোকক আমি কবলৈ যাওঁ। আমি ধৰি লওঁ যে পাঠক-দৰ্শক-শ্ৰোতা আমাৰ বক্তব্যৰ সমকক্ষ নহয় আৰু সেই কাৰণে আমি তেওঁলোকৰ সম্ভৱপৰ গ্ৰহণ-ক্ষমতাতকৈ নিম্নতৰ মানলৈ নামি যাওঁ। এইটো কৰাৰ ফলত আমি আৰু আমাৰ পাঠক-দৰ্শক-শ্ৰোতা উভয়ৰে অধঃপতন ঘটে। এইটো কৰি আমি সকলোৰে সৰ্বব্যাপী নৱ্য-নিৰক্ষৰতাৰ পিনে খোজ লওঁ আৰু চিন্তাৰ যোগেদি বিভিন্ন সমস্যা সমাধানৰ ক্ষেত্ৰত খেলিমেলিৰহে সৃষ্টি কৰোঁ। পাঠক-দৰ্শক-শ্ৰোতাৰ ওপৰত আমাৰ আস্থাহীনতাৰ মূলতে আছে—আমাৰ নিজৰ বিবেচনাবোধ আৰু কল্পনাশক্তিৰ ওপৰত আমাৰ আস্থাহীনতা, আৰু, আধ্যাত্মিক বিশ্বাসৰ লগত কিছু সম্পৰ্ক থকা আশাৰ যি শক্তি সেই শক্তিৰ সৈতে নিজকে জড়িত কৰাৰ প্ৰতি আমাৰ ভয় লগা অনিচ্ছা। চিন্তাৰ পৰিবৰ্তে আমি ব্যৱহাৰ কৰিছোঁ কৌশল-মনোবিজ্ঞান ( skill psychology ) যিটোক একপ্ৰকাৰৰ প্ৰচাৰকাৰ্য বুলিও কব পাৰি। এনে কাৰ্যৰদ্বাৰা আমি পাঠক-দৰ্শক-শ্ৰোতাৰ আৰু আমাৰ নিকৃষ্ট অংশ-সমূহহে প্ৰভাৱিত কৰিব পাৰোঁ। কিন্তু মানৱশক্তিসমূহৰ ভিতৰত প্ৰখৰতম হৈছে কৰ্মক্ষেত্ৰত চিন্তাৰ প্ৰয়োগ।

সাৰ্বজনীন শিক্ষাই সৃষ্টি কৰা নৱ্য-নিৰক্ষতাৰ জোৱাৰ পশ্চিমৰ আমেৰিকাত জেক্‌চনৰ যুগত আৰম্ভ হৈ ১৯০০ চনৰ আশে-পাশে ইংলেণ্ড, ফ্ৰান্স আৰু জাৰ্মেনিৰ মাজেৰে ভূমধ্যসাগৰৰ উপকূল চুই এতিয়া মধ্য-প্ৰাচ্য আৰু তুৰস্কত উপস্থিত হৈছে। যি শিক্ষাৰ যোগেদি সুস্থ সমাজ গঢ়াৰ কথা ভবা হৈছিল মধ্য-প্ৰাচ্য আৰু তুৰস্কত সি হৈ পৰিছে এক মাৰাত্মক শক্তিক্ষয়ী ৰোগ।

মধ্য-প্ৰাচ্য আৰু তুৰস্কত পশ্চিমৰ অভিজ্ঞতাৰ পুনৰাবৃত্তি হিংস্ৰতৰ ৰূপত ঘটিব লাগিছে। প্ৰকৃত উচ্চ পৰ্যায়ৰ সাক্ষৰতাৰ অভাৱত ইজিপ্ত আদি দেশত পঢ়ুৱৈ শ্ৰেণীয়ে অথবা শিল্পজীৱী শ্ৰেণী কোনোৱেই ফলপ্ৰসূভাৱে সুস্থ ৰাজনৈতিক প্ৰভাৱ পেলাব নোৱাৰে।

প্ৰাথমিক পৰ্যায়ত থকা বিপ্লৱী ৰাষ্ট্ৰ হিচাপে ইজিপ্তৰ আগত কিছু আদৰ্শ আছে আৰু এই আদৰ্শৰ বশৱৰ্তী হৈ শাসকগোষ্ঠীৰ জেনেৰেল, কৰ্ণেল, মেজৰ আৰু পুলিচ-সকলে সাৰ্বজনীন শিক্ষাৰ এক বিৰাট আঁচনি হাতত লৈছে। কিন্তু মানুহৰ মনক সচেতন আৰু উদ্দীপিত কৰাৰ প্ৰকৃত চেষ্টা কেৱল ইজিপ্তত নহয়, সমগ্ৰ মধ্য-প্ৰাচ্যতে চলোৱা হোৱা নাই। এই আটাইবোৰ দেশতেই মাত্ৰ সাৰ্বজনীন শিক্ষাৰ প্ৰাথমিক কামখিনি কৰি থকা হৈছে। এই কামত এই দেশসমূহে পশ্চিমৰ অনুকৰণ কৰিছে: প্ৰাথমিক পৰ্যায়ৰ সাক্ষৰতা তেওঁলোকে প্ৰদান কৰিছে, কাৰণ এনে সাক্ষৰতা নহলে কোনো আধুনিক সমাজ বৰ্তি থাকিব নোৱাৰে। কিন্তু যিসকলে এই আঁচনি কৰিছে

তেওঁলোক নিজেই গভীৰ অৰ্থত সাক্ষৰ নহয়। গতিকে এই দেশসমূহৰ শিক্ষামূলক আঁচনিয়ে কেৱল নৱ্য-নিৰক্ষতাৰ বিস্ফোৰণহে ঘটাইছে। আমেৰিকা আৰু গ্ৰেট ব্ৰিটেইনত সাৰ্বজনীন শিক্ষাই ১৮৮০ আৰু ১৯০০ চনৰ ভিতৰত প্ৰথমতে সস্তীয়া উত্তেজনা যোগোৱা প্ৰেছৰ আৰু পিছত, জনৰুচিমুখী আলোচনীসমূহ, বাতৰিকাকত, জনৰুচিমুখী বিষয় আৰু কমিক গ্ৰন্থসমূহৰ সৃষ্টি কৰে। সাৰ্বজনীন শিক্ষাৰ লগত প্ৰকৃত উচ্চ শিক্ষাই কদম নৰখা হলে এইবোৰ দেশত এইবোৰ প্ৰকাশনে মাৰ পয়মালৰ সৃষ্টি কৰিলেহেঁতেন; আৰু শিক্ষিত উচ্চ মধ্যবিত্ত লোকৰ মাজত নিয়মীয়া পঢ়া-শুনাৰ অভ্যাস নথকা হলে সমস্যাটো আৰু বহুত বেছি বেয়াৰ ফালে গৈ থাকিলেহেঁতেন। মধ্য-প্ৰাচ্যৰ দেশসমূহত প্ৰকৃত উচ্চশিক্ষাৰ প্ৰসাৰো ঘটা নাই আৰু পঢ়ুৱৈ শ্ৰেণীৰ তেনে কোনো ঐতিহ্যও নাই। ইপিনে দ্বিতীয় আৰু তৃতীয় শ্ৰেণীৰ কথাছবি আদি এইবোৰ দেশত বহুলভাৱে প্ৰচাৰিত। লগতে প্ৰত্যেকখন দেশে এক প্ৰকাৰৰ সস্তীয়া উত্তেজনা যোগোৱা প্ৰেছৰ জন্ম দিছে। এইদৰেই এইবোৰ দেশত নৱ্য-নিৰক্ষৰতাৰ সৃষ্টি কৰা হৈছে। ৰাজনৈতিক আবেগ আৰু অৰ্থহীন উত্তেজনাৰেহে এইবোৰ সমাজ পালন কৰিব পাৰি।

অৱশ্যে, এই আটাইকেইখন দেশৰ বিভিন্ন বিশ্ববিদ্যালয়ত, প্ৰকাশন অনুষ্ঠানত, সৰু-সুৰা চাকৰিত আৰু ক্ষমতাৰ আসনত কম সংখ্যক হলেও কিছু প্ৰকৃত শিক্ষিত লোক এতিয়াও আছে। কিন্তু এওঁলোকৰ জীৱন একপ্ৰকাৰ বিপৰ্যস্ত বুলি কব পাৰি; দেশৰ জনসংখ্যা বৃদ্ধি হোৱা সত্বেও এই শ্ৰেণী প্ৰকৃত উচ্চশিক্ষিত লোকৰ সংখ্যা বৃদ্ধি পোৱা নাই।

সাৰ্বজনীন শিক্ষাই সৃষ্টি কৰা নৱ্য-নিৰক্ষৰতাৰ বিপদ আঁতৰাবলৈ হলে এই পূৰ্ব উৎকৃষ্ট শ্ৰেণী দৃঢ় ভেটিও স্থাপন কৰিব লাগিব আৰু লগে লগে এই শ্ৰেণী লোক সংখ্যাও বৃদ্ধি কৰাৰ লাগিব। মধ্য-প্ৰাচ্যৰ চৰকাৰসমূহে তেওঁলোকৰ নতুন জাতীয় অভিজ্ঞতাসমূহৰ পৰিপ্ৰেক্ষিতত শিল্প-কলাৰ কথাও বিচাৰ কৰিবলৈ শিকা নাই। কিন্তু, জনসংখ্যা বৃদ্ধি, সাৰ্বজনীন শিক্ষা, আৰু আধুনিক শিল্প-বিদ্যাৰে পালিত এক নতুন সমাজ—এই তিনিটা নতুন অভিজ্ঞতাৰ পৰিপ্ৰেক্ষিতত বাহিৰৰপৰা কি শিক্ষা পালেহে তেওঁলোকে শিল্প-কলাৰ নতুন স্বৰূপৰ প্ৰয়োজনটো উপলব্ধি কৰিব পাৰিব। সাৰ্বজনীন শিক্ষাৰ অভিজ্ঞতা যিহেতু তেওঁলোকৰ কাৰণে নতুন গতিকে তেওঁলোকে এনে শিক্ষাই সৃষ্টি কৰা বিপদ সম্পৰ্কেও সচেতন হব বুলি আশা কৰিব নোৱাৰি। গতিকে পশ্চিমেই তেওঁলোকক এই বিষয়ে সচেতন কৰি দিব লাগিব।

..এই আটাইবোৰ দেশতে যিবোৰ সস্তীয়া ৰুচিৰ আলোচনী ওলাইছে সেইবোৰ

ব্যৱসায় অত্যন্ত ভাল। নিম্ন শ্ৰেণীৰ সাক্ষৰ লোকৰ মাজত প্ৰিয় এই আলোচনী বোৰে সাক্ষৰতাৰ নিম্ন পৰ্যায়লৈকে নামি যায়। নতুন সাৰ্বজনীন সাক্ষৰতা এনেদৰেই নব্য-নিৰক্ষৰতাত পৰিণত হৈছে। মানুহৰ মনৰ গাঁথনি এইবোৰ দেশত এনেদৰেই বিপদগ্ৰস্ত হৈছে ; যিটো ঘটনা একেবাৰে নিৰক্ষৰ দেশত আৰু উচ্চতৰ সাক্ষৰতাই বা সংস্কৃতিয়ে লেকাম ধৰা দেশত ঘটিব নোৱাৰে।

অজ্ঞতা অৱশ্যে সকলো সমাজতেই থাকে। কিন্তু সাৰ্বজনীন শিক্ষা গ্ৰহণ কৰা এই দেশসমূহত এই অজ্ঞতাই নব্য-নিৰক্ষৰতাৰ ৰূপ লৈছে। ধী-শক্তি, বিবেচনা-বোধ আৰু ইবোৰে দান কৰা অন্তৰ্দৃষ্টিতেই মানুহৰ মৰ্যাদা বুলি সমাজে বিশ্বাস কৰিবলৈ শিকিলেহে সাক্ষৰতা বা শিক্ষাৰ সাৰ্থকতা বিচাৰি পোৱা যাব।

শিক্ষাই মানুহক সম্ভাৱনা-সচেতন কৰে। কিন্তু মানুহ প্ৰকৃত অৰ্থত শিক্ষিত নহলে তেওঁলোকৰ মাজত যে এখন মৰ্যাদাসম্পন্ন বাতৰিকাকত চলিব পাৰে সেই সম্ভাৱনাটোকেই তেওঁলোকে নেদেখে। নব্য-নিৰক্ষৰ সমাজৰ এইটো এটা বৈশিষ্ট্য। ল'ৰা-ছোৱালীয়ে যে 'ভাল' কিতাপ পঢ়িব পাৰে এই সম্ভাৱনাটো নেদেখি তেওঁলোকে সাধাৰণ বুদ্ধিৰো তলখাপৰ কিতাপ ইচ্ছা কৰিয়েই ল'ৰা-ছোৱালীৰ কাৰণে যুগুত কৰে। আমেৰিকাৰ বিভিন্ন অনুষ্ঠানৰ সহায়ত ইজিপ্তবাসীসকলে পাঁচৰপৰা বাৰবছৰীয়া ল'ৰা-ছোৱালীৰ কাৰণে নানা অনুপযোগী কিতাপ অনুবাদ কৰিছে। ইতিহাস গ্ৰন্থৰ ক্ষেত্ৰতো একে কথা ঃ জনপ্ৰিয়তাৰ উদ্দেশ্যেৰে লিখা বুৰঞ্জীবোৰহে তাত অনূদিত হয়। চিন্তাৰ ( idea ) প্ৰচাৰ বৃদ্ধি কৰিবলৈ হলে চিন্তাক অলপ পাতল কৰিব লগীয়া হয় বুলি ভুল ধাৰণা কৰি লৈ তেওঁলোকে চিন্তাৰ আদৰ্শক অৱহেলা কৰে। অথচ, ব্যৱসায়িক চৰিত্ৰৰ কিতাপসমূহৰ অন্ততঃ দহভাগৰ এভাগ ভাল কিতাপ তেওঁলোকৰ মাজত প্ৰচাৰ হোৱাৰ স্পষ্ট সম্ভাৱনা আছিল। ব্যৱসায়ে নিজৰ যত্ন লব পাৰে, কিন্তু সংস্কৃতিয়ে নোৱাৰে। ইপিনে মনৰ ধনেই হৈছে সংস্কৃতি। এই সম্পদ নষ্ট হবলৈ এৰি দিয়াটো বিপদজনক। এটা উচ্চ সংস্কৃতি বা উচ্চ পৰ্যায়ৰ সাক্ষৰতাই লেকাম ধৰিব নোৱাৰা দেশবোৰৰ মানুহে এনে দৰে জীয়াই থাকে যেন তেওঁলোকৰ লগত প্ৰকৃত সাক্ষৰতা, মহৎ সংস্কৃতি অথবা বৌদ্ধিক স্বাধীনতাৰ কোনো সম্পৰ্কই নাই। তথাপি তেওঁলোকৰ আভ্যন্তৰীণ মুক্তিৰ সম্ভাৱনা নথকা নহয় আৰু পশ্চিমেও সেইবোৰ দেশক পশ্চিমীয়া তৰলতাৰ জোৱাৰত উটাই দিয়াটো উচিত নহয়। পশ্চিমীয়া ৰাষ্ট্ৰ যে পশ্চিমীয়া সমাজৰ প্ৰভু নহয় ভৃত্যহে আৰু পশ্চিমীয়া জনতাৰ ত্ৰুটিখিনি পশ্চিমীয়া ব্যক্তিৰ গুণে যে চেৰাই যায়— এই বাৰ্তাহে পশ্চিমে মধ্য-প্ৰাচ্য আৰু তুৰস্কলৈ কঢ়িয়াই নিব লাগে।

অন্তৰৰপৰা সাহস গোটাই আমি ( পশ্চিমে ) তেওঁলোকক কব লাগে ঃ

তোমালোকে আজি সাৰ্বজনীন শিক্ষাৰ যি পৰীক্ষা চলাই আছা, আমিও তাৰেই বোজাই বহন কৰি আছোঁ, আৰু এই সমস্যাৰপৰা নিজক ৰক্ষা কৰিবৰ কাৰণে থকা আমাৰ ৰক্ষা-কৱচবোৰৰ স্বৰূপটো লক্ষ্য কৰিয়েই তোমালোকৰ ভৱিষ্যত বিপদবোৰ আমি দেখা পাইছোঁ। সমাজৰ শীৰ্ষ শ্ৰেণীৰপৰা সুশিক্ষিত মধ্যবিত্তলৈকে এই মাজৰছোৱা মানুহে নেতৃত্ব দিয়াৰ ঐতিহ্য তোমালোকৰ নাই ; অৰ্থাৎ বৌদ্ধিক কোনো জন-সংস্থান নোহোৱাকৈয়ে এখন জনতাৰ সমাজ গঢ়িব খুজি তোমালোকে তোমালোকৰ ঈপ্সিত উদ্দেশ্যক বিফলতাৰ ফালে ঠেলি দিছা। কাৰণ শক্তিৰ ক্ৰমবৰ্ধমান উন্নতিৰ লগে লগে বৌদ্ধিক উন্নতি সাধন নহ'লে জাতিৰ বিপদ অৱশ্যম্ভাৱী। একালৰ নিৰক্ষৰ জনতাৰ অজ্ঞতাতো একপ্ৰকাৰৰ নিৰাপত্তা আছিল। সাৰ্বজনীন শিক্ষাৰ ফলত এই নিৰাপদ অজ্ঞতাৰ ঠাই এতিয়া দখল কৰিছে এক শক্তিশালী অজ্ঞতাই। বৌদ্ধিক মানস এতিয়া সমাজৰপৰা নিলগত।

ইজিপ্তবাসীসকল আৰু সমস্ত আৰববাসী আজি হঠাৎ পাশ্চাত্য ইতিহাসৰ শেহতীয়া স্তৰত আহি উপনীত। পশ্চিমৰ ৰক্ষা-কৱচ হিচাপে কাম কৰা অতীতৰ শক্তি তেওঁলোকৰ নাই ; তেওঁলোকৰ অতীতৰ সংস্কৃতিৰ যিকণ শক্তি বাকী আছে সেয়া নতুন পৰিস্থিতি চম্ভালিবৰ কাৰণে যথেষ্ট নহয়। বৃহৎ শিক্ষানুষ্ঠানসমূহ আৰু সাংস্কৃতিক অনুষ্ঠানসমূহ সক্ৰিয় হৈ থকা কাৰণে পশ্চিমত দীৰ্ঘদিন ধৰি চলা সত্ত্বেও সমস্যাটোৱে অপূৰণীয় ক্ষতি কৰিব পৰা নাই। কিন্তু মধ্য-প্ৰাচ্যত সমস্যাটো অতি সংকটজনক।

ইজিপ্ত আৰু আমেৰিকাক সমস্যাটোৰ ইমূৰ-সিমূৰ হিচাপে লৈ য়ুৰোপৰ দুই এখন দেশত সাৰ্বজনীন শিক্ষাই জন-সমাজক কেনেদৰে প্ৰভাৱিত কৰিছে সেইটো ওপৰে ওপৰে বিচাৰ কৰি চাব পাৰি। গুৰিৰ সমস্যাটো সকলোৰে কাৰণে একে, কেৱল বিশেষ কিছুমান ৰূপহে বেলেগ হ'ব। নব্য-নিৰক্ষতাৰ পিনৰপৰা আমেৰিকা য়ুৰোপীয় দেশসমূহৰ জ্যেষ্ঠ ; জনপ্ৰিয় বাতৰি যোগোৱাত আৰু কিতাপৰ দোকানসমূহ জনপ্ৰিয় কিতাপেৰে ভৰোৱাত জ্যেষ্ঠজনক তেওঁলোকে অনুকৰণ কৰিছে আৰু জ্যেষ্ঠজনৰ আদব-কায়দা আমদানিও কৰিছে। ৰ'দ-ভৰা ইটালীত আমেৰিকাৰ 'gialli' সৰ্বত্ৰ জিলিকি থাকে। এনে ধৰণৰ আমোদ আমেৰিকাই প্ৰথমে জন-সমাজক যোগায়, আৰু এই ক্ষেত্ৰত ইটালীও এতিয়া আমেৰিকাৰ সমকক্ষ হৈ উঠিছে। অৱশ্যে ইজিপ্ত আৰু আমেৰিকাৰ লগত য়ুৰোপীয় দেশসমূহৰ এটা প্ৰভেদ আছে ঃ য়ুৰোপত সাৰ্বজনীন শিক্ষা আৰম্ভ হোৱাৰ আগৰপৰা এতিয়ালৈকে উচ্চতৰ সাক্ষৰতাৰ এটা ক্ষমতাশালী কড়ামূঠীয়া আৰু ব্যাপক ঐতিহ্য আছে। সমগ্ৰ ইজিপ্তত ভাল কিতাপ বিক্ৰী কৰা দোকান কিজানি পঞ্চাছখনমান

আছে ; লেবাননত বাৰখনমান। আনহাতে, ইটালীৰ প্ৰাদেশিক চহৰ বলগ্‌নাতেই বত্ৰিছখনমান নতুন কিতাপ বেচা আৰু প্ৰায় এশখন পুৰণি কিতাপ বেচা ভাল দোকান আছে। বলগ্‌নাক পঁয়ত্ৰিছ বছৰ আগৰ ব'ষ্টনৰ লগত তুলনা কৰিব পাৰি ; কিন্তু বৰ্তমানৰ ব'ষ্টন, কাইৰ' বা ইস্তানবুলৰ নিচিনা। সাৰ্বজনীন শিক্ষাক ভাৰসমতাৰ ভিতৰত নাৰাখিলে বলগ্‌নাৰ অৱস্থাও ব'ষ্টনৰ নিচিনা হবগৈ। পিছে সাৰ্বজনীন শিক্ষাক চন্তালিব পৰা হব নে ?

নতুন সমাজে যি বিচাৰিছে সি হ'ল এটা মজলীয়া গুণ (mediocrity) ; কাৰণ, মজলীয়া গুণেৰেই তেওঁলোকৰ কাম হাচিল হৈছে।

সাৰ্বজনীন শিক্ষাৰ দানসমূহ সমাজে গ্ৰহণ কৰাৰ লগে লগে দেখা যায় যে যি বৌদ্ধিক শক্তিৰ বলত সমাজ বলীয়ান হয় সেই শক্তিক সমাজে নেওচিবলৈ আৰম্ভ কৰে। সমাজে এই ভুল বিশ্বাসটো গ্ৰহণ কৰে যে বৌদ্ধিক সত্ত্বা নিজে নিজেই সৃষ্টি হয় আৰু লাগ বুলিলেই ইয়াৰ দানসমূহ পোৱা যায়। সমাজে ধৰি লৈছে যে যন্ত্ৰই মানুহৰ কাম কৰিব পাৰিব। কিন্তু যন্ত্ৰই আন সকলো পৰ্যায়তে মানুহৰ কাম কৰিব পাৰিলেও বৌদ্ধিক পৰ্যায়ত নোৱাৰে আৰু জীৱনৰ নানা দিশত কৰ্মদক্ষ হলেও মানৱীয় আবেগ-অনুভূতি আৰু মানৱীয় সম্পৰ্কৰ ক্ষেত্ৰত যন্ত্ৰ জঠৰ। আমাৰ সংস্কৃতিৰ সংকট এইখিনিতেই যে যন্ত্ৰ চালনৰ কাৰণে কেইটামান মন আৰু জনতাৰ মাধ্যম আদি চলাবলৈ কিছু নব্য-নিৰক্ষৰ (প্ৰকৃত বৌদ্ধিক আৰু সাংস্কৃতিক চেতনা নথকা) লোক হলেই সমাজ বৰ্তি থাকিব পাৰে বুলি আমি ভুলকৈ বিশ্বাস কৰিছোঁ। মানৱ-শক্তিৰ এনে অপব্যৱহাৰ অন্য কোনো যুগতেই হোৱা নাই।

চৈধ্য শ শতিকাৰপৰা আমাৰ সময়লৈকে এই অৱস্থাটোৱে বিশেষ জটিলৰূপ লোৱা নাছিল। উচ্চতৰ পৰ্যায়ৰ সাক্ষৰতাৰ কাৰণে যেতিয়ালৈকে ধন-সম্পত্তি খৰচ কৰা হৈ আছিল তেতিয়ালৈকে এইখিনি ধন-সম্পত্তিৰে যথেষ্ট সংখ্যক লেখক আৰু শিল্পীক পোহপাল দিব পৰা হৈছিল। কিন্তু কিছুদিনৰপৰা এনে কামত খৰচ কৰিব পৰা ধন-সম্পত্তি, উচ্চ সাক্ষৰতাৰ প্ৰতিকূলে খৰচ কৰা হয়, কিয়নো সাক্ষৰতাৰ লগত সেই সম্পত্তিবোৰৰ উৎস কোনো সম্পৰ্ক নাই আৰু নতুন সম্পত্তিধাৰীসকলৰ মতে তেওঁলোকৰ যুগমীয়া ক্ষমতাৰ লগতো প্ৰকৃত সাক্ষৰতাৰ কোনো সম্পৰ্ক নাই।

এইটোও দুখৰ বিষয় যে সংখ্যা বৃদ্ধিৰ অনুপাতত মেধাসম্পন্ন লেখক আৰু শিল্পীৰ অত্যন্ত অভাৱ হৈছে। কোনো গভীৰ বিশ্বাস নোহোৱাকৈ সমাজৰ তুচ্ছ-তাচ্ছিল্য হজম কৰি নতুন লেখক আৰু শিল্পীৰ দল শ্বহীদ হয়! তেওঁলোকৰ মইমতালি আছে কিন্তু সাধনা নাই! ইয়াত আমি অৰ্ধ-সৃষ্ট আত্মাৰ বহুৱালিহে লগ পাওঁ : আৰু পাওঁ অনৰ্থকতাৰ উন্মত্ত গোড়ামি। এয়া অন্তৰ্দৃষ্টিও নহয়, ব্যঙ্গও নহয়। ই এটা গধুৰ বাস্তৱ।

আমি যদি এই লোকসকলৰ মাজৰ অন্ততঃ শ্ৰেষ্ঠখিনিৰ আপডাল কৰিব নোৱাৰোঁ, তেন্তে আমাৰ বিপদ হ'ব। এই লোকসকলৰপৰাই সিদ্ধপুৰুষ আৰু উৎকৃষ্ট মেধা, অথবা দানৱ আৰু প্ৰতাৰক ওলাব। আমি প্ৰথম দুই শ্ৰেণীৰ যত্ন ল'ব পাৰিলে পিছৰ দুই শ্ৰেণীয়ে আমাৰ বিশেষ ক্ষতি কৰিব নোৱাৰিব। আমাৰ নিত্যক্ষয়ী অধোগতি আমি ৰোধ কৰিব লাগিব। মত-গ্ৰহণ আৰু নীতি-বিক্ৰীৰ পৰিবৰ্তে আমি মত সৃষ্টি কৰিব লাগিব আৰু নীতি বিচাৰি উলিয়াব লাগিব।

মধ্য-প্ৰাচ্য দেশসমূহৰ ঘোষিত মূল উদ্দেশ্যৰ লগত তাল ৰাখিব পৰাকৈ তেওঁলোকৰ প্ৰকৃত উচ্চশিক্ষাৰ অগ্ৰগতি হোৱা নাই। ছুডান, লেবানন আদিত যিবোৰ নিৰ্বাচন পতা হৈছে, সেইবোৰৰ যোগেদি জনগণৰ ইচ্ছা কেতিয়াও প্ৰকাশ পোৱা নাই। কাৰণ উপযুক্ত (প্ৰকৃত) সাক্ষৰতা নহ'লে, প্ৰাৰ্থী বা দলৰ সুবিধা অনুযায়ী সমষ্টি বনোৱা নিৰ্বাচনৰ যোগেদি জনগণৰ ইচ্ছা প্ৰকাশ কৰা সম্ভৱপৰ নহয়।

এই ক্ষেত্ৰত কি কৰা ভাল আমি জানো ঃ নিজৰ ইচ্ছাক সাধুতাৰে আৰু স্বজ্ঞানেৰে আবিষ্কাৰ কৰিব পৰাকৈ জনসাধাৰণক শিক্ষিত কৰি তুলিব লাগে। এই কথা কোৱাৰ লগে লগে আমাৰ মনত ভয়ো সোমায়, কিয়নো প্ৰয়োজন অনুসৰি সাক্ষৰতাৰ গুণ বঢ়াব নোৱাৰিলে আমাৰ কি বিপদ হ'ব পাৰে আমি জানো। নব্য-নিৰক্ষৰতাই সৃষ্টি কৰা সবাতোকৈ ভ্ৰষ্ট আৰু সহজে কিনিব পৰা দলটোৰ শক্তি ওফৰাবলৈ হ'লে ইতিহাসৰ গতিতকৈ দ্ৰুততৰভাৱে প্ৰকৃত সাক্ষৰতা বৃদ্ধি পাব লাগিব।

সাৰ্বজনীন সাক্ষৰতা ভৌতিক শক্তিসমূহৰ লগত তুলনীয় আৰু তাতোকৈ বেছি গুৰুত্বপূৰ্ণ কথা হ'ল, অধঃপতিত সাক্ষৰতা বা নব্য-নিৰক্ষৰতা মুক্ত ভৌতিক শক্তিৰ দৰেই অদমনীয় আৰু দুৰ্বোধ্য। কাইৰ' আৰু আংকাৰাৰপৰা পেৰিচ আৰু ন্যুয়ৰ্কলৈকে আজি যিটো বস্তুৰ দৰ্কাৰ সেইটো হৈছে নতুন ভৌতিক শক্তিসমূহৰ আৰু নব্য-নিৰক্ষৰতাৰ সমান জোখৰ এক মনোশক্তি (energy of mind)। ইয়াৰ কাৰণে আনুষ্ঠানিক শিক্ষা যথেষ্ট নহয়। আচল প্ৰয়োজন হৈছে, ব্যক্তিৰ ধী-শক্তিক প্ৰখৰতৰ আৰু প্ৰসাৰিত কৰাৰ। কৰ্মপ্ৰবৃত্ত ধী-শক্তিক কিছুমানে সমালোচনা আখ্যাও দিয়ে। ইয়াক অৱশ্যে সহানুভূতিশীল বোধ-শক্তি বোলাই শ্ৰেয়ঃ। ইয়াৰ উদ্দেশ্য হৈছে একেলগে জীয়াই থাকিব লগা মানুহৰ কাৰণে জীয়াই থকাৰ এটা উপায় উলিওৱা—যাৰদ্বাৰা আমি এখন আদৰ্শ সমাজ গঢ়িব পাৰোঁ।

# অৰ্থনৈতিক প্ৰগতি, সাংস্কৃতিক প্ৰগতি আৰু অসম

দিলীপকুমাৰ বৰুৱা

সমাজৰ প্ৰগতিৰ ৰূপ দুটা ঃ এটা হ'ল পৰিমাণগত (quantitative) আৰু আনটো হ'ল গুণগত (qualitative)। প্ৰগতিৰ এই ৰূপ দুটাৰ মাজত কিছু দূৰলৈ এটা সম্পৰ্ক আছে যদিও সি দুটাৰ একোটা স্বতন্ত্ৰ চৰিত্ৰও আছে। পৰিমাণগত ৰূপটোৱেই হ'ল সাধাৰণতে অৰ্থনৈতিক চিন্তাৰ বিষয়; গুণগত ৰূপটো হ'ল সাংস্কৃতিক চিন্তাৰ বিষয়। পৰিমাণগত দিশটোত প্ৰগতি লাভ কৰা সমাজ এখনে যে অনিবাৰ্যভাৱেই গুণগত দিশটোতো প্ৰগতি লাভ কৰিব সেই কথাটো কব নোৱাৰি। সেয়ে, এখন সমাজে প্ৰকৃত মানৱিক প্ৰগতি লাভ কৰিবলৈ হলে দুয়োটা দিশতে সুকীয়া সুকীয়া বিধৰ কৰ্মপ্ৰয়াস সমাজত সমান্তৰালভাৱে চলি থকাৰ প্ৰয়োজন।

পৰিমাণগত দিশটোত সমাজে লাভ কৰিব পৰা প্ৰগতিৰ ক্ষেত্ৰত আমি জনসাধাৰণৰ বাবে খাদ্য-বস্ত্ৰ-আৱাসৰ সুলভতাৰ উপৰিও পাব পাৰোঁ বাছেলে এঠাইত উল্লেখ কৰা "much machinery, many motor cars, many bathrooms, and a great deal of rapid locomotion."; গুণগত দিশটোৰ সমাজে লাভ কৰিব পৰা প্ৰগতিৰ ক্ষেত্ৰত আমি পাব পাৰোঁ সেই মানসিক সম্পদ—যিটো সম্পদক আমি সাংস্কৃতিক সমৃদ্ধি বুলি কব পাৰোঁ। পৰিমাণগত প্ৰগতিৰ ৰূপটো চকুৰে দেখা যায়—সি প্ৰত্যক্ষভাৱে বাস্তৱ। গুণগত প্ৰগতিৰ ৰূপটো মনেৰেহে দেখা যায়, সি প্ৰত্যক্ষভাৱে বাস্তৱ নহয় কাৰণে তাৰ মূল্য উপেক্ষিত

হোৱাৰ সম্ভাৱনা যথেষ্ট। সেয়ে অৰ্থনীতিৰ ছাত্ৰৰ এটা বিশেষ দায়িত্ব হ'ল—"to combat, not foster, the ideology which pretends that values which can be measured in terms of money are the only ones that ought to count."

স্বাধীনতা লাভৰ পিছত অসমে পৰিমাণগত দিশটোত লাভ কৰা প্ৰগতিৰ অৰ্থাৎ অৰ্থনৈতিক প্ৰগতিৰ হাৰ আন কিছুমান ৰাজ্যৰ তুলনাত প্ৰশংসনীয় বুলি কব নোৱাৰি যদিও এই কথাটোও সঁচা যে এই কালছোৱাত অসমীয়া সমাজখনৰ অন্ততঃ কিছু সংখ্যক লোকৰ জীৱন-নিৰ্বাহৰ মান আগতকৈ যথেষ্ট উন্নত হ'ল। এই কালছোৱাত অসমীয়া সমাজখনৰ বহুত মানুহে পকী ঘৰ সাজিলে, মটৰ গাড়ী কিনিলে, বিদেশ ভ্ৰমণ কৰি আহিল, ডাঙৰ ডাঙৰ চাকৰি পালে আৰু বহুতে মাহিলী কমেও পাঁচশ টকা আয় উপাৰ্জন কৰাৰ সুবিধা পালে। অসমীয়া সমাজখনত স্বাক্ষৰ লোকৰ সংখ্যাও আগতকৈ বহুগুণে বৃদ্ধি হ'ল; স্কুলৰ সংখ্যা হয়তো দুশ গুণে বৃদ্ধি হ'ল, কলেজৰ সংখ্যা পঁচিছ-ত্ৰিছ গুণে। আগতে বছৰে যিমান সংখ্যক অসমীয়া ছাত্ৰই প্ৰবেশিকা পৰীক্ষা পাছ কৰিছিল এতিয়া তাতকৈ বেছি সংখ্যক অসমীয়া ছাত্ৰই স্নাতক ডিগ্ৰী লাভ কৰে। স্নাতকোত্তৰ পৰ্যায়ত আৰু ডাক্তৰী, ইঞ্জিনিয়াৰিং আদি বিষয়ত ডিগ্ৰী লাভ কৰা লোকৰ সংখ্যাও অসমীয়া সমাজত আগতকৈ বহুগুণে বৃদ্ধি হ'ল। মুঠৰ ওপৰত এইটো কথা ঠিক যে স্বাধীনতা লাভৰ আগতে অসমীয়া সমাজখনে যি পৰিমাণৰ অৰ্থনৈতিক সা-সুবিধাৰ কথা ভবাই নাছিল সেই পৰিমাণৰ তেনে সা-সুবিধা অসমীয়া সমাজখনলৈও আহিল—এই সমাজখনৰে অন্ততঃ কিছু সংখ্যক লোকলৈ আহিল।

অৰ্থনৈতিক ক্ষেত্ৰত আৰু এই সূত্ৰতে আনুষ্ঠানিক শিক্ষাগত ক্ষেত্ৰত লাভ কৰা এই প্ৰগতিৰ ফলত অসমীয়া সমাজখনে কেনে ধৰণৰ গুণগত বা মানসিক প্ৰগতি লাভ কৰিলে—এই প্ৰশ্নটো অৱশ্যে এই প্ৰসঙ্গতে উত্থাপন কৰিব পাৰি।

যিহেতু সাহিত্যই হ'ল সমাজৰ মানসিক দিশটোৰ প্ৰধান প্ৰতিবিম্ব স্বৰূপ সেয়ে সাহিত্যৰ কথালৈকে আহোঁ। কেইটামান লাক্ষণিক (symptomatic) কথাকে এই প্ৰসঙ্গত উল্লেখ কৰিছোঁ।

(১) অসমীয়া সমাজত একালত 'অৰুণ', 'অকণ', 'পখিলা' আদিৰ নিচিনা শিশু আলোচনী চলিছিল; আজি সা-সুবিধা বহুগুণে বৃদ্ধি হোৱা সত্বেও এখন ভাল শিশু আলোচনী নাই।

(২) যি ক্ষেত্ৰত ত্ৰিশৰ দশকত মাত্ৰ দুখন কলেজ পোৱা অসমীয়া সমাজখনত 'আৱাহনৰ' দৰে মাহেকীয়া আলোচনী এখন ওলাইছিল, আজি তিনিটা বিশ্ববিদ্যালয়

হোৱাৰ সম্ভাৱনা যথেষ্ট। সেয়ে অৰ্থনীতিৰ ছাত্ৰৰ এটা বিশেষ দায়িত্ব হ'ল—"to combat, not foster, the ideology which pretends that values which can be measured in terms of money are the only ones that ought to count."

স্বাধীনতা লাভৰ পিছত অসমে পৰিমাণগত দিশটোত লাভ কৰা প্ৰগতিৰ অৰ্থাৎ অৰ্থনৈতিক প্ৰগতিৰ হাৰ আন কিছুমান ৰাজ্যৰ তুলনাত প্ৰশংসনীয় বুলি কব নোৱাৰি যদিও এই কথাটোও সঁচা যে এই কালছোৱাত অসমীয়া সমাজখনৰ অন্ততঃ কিছু সংখ্যক লোকৰ জীৱন-নিৰ্বাহৰ মান আগতকৈ যথেষ্ট উন্নত হ'ল। এই কালছোৱাত অসমীয়া সমাজখনৰ বহুত মানুহে পকী ঘৰ সাজিলে, মটৰ গাড়ী কিনিলে, বিদেশ ভ্ৰমণ কৰি আহিল, ডাঙৰ ডাঙৰ চাকৰি পালে আৰু বছৃতে মাহিলী কমেও পাঁচশ টকা আয় উপাৰ্জন কৰাৰ সুবিধা পালে। অসমীয়া সমাজখনত স্বাক্ষৰ লোকৰ সংখ্যাও আগতকৈ বহুগুণে বৃদ্ধি হ'ল; স্কুলৰ সংখ্যা হয়তো দুশ গুণে বৃদ্ধি হ'ল, কলেজৰ সংখ্যা পঁচিছ-ত্ৰিছ গুণে। আগতে বছৰে যিমান সংখ্যক অসমীয়া ছাত্ৰই প্ৰবেশিকা পৰীক্ষা পাছ কৰিছিল এতিয়া তাতকৈ বেছি সংখ্যক অসমীয়া ছাত্ৰই স্নাতক ডিগ্ৰী লাভ কৰে। স্নাতকোত্তৰ পৰ্যায়ত আৰু ডাক্তৰী, ইঞ্জিনিয়াৰিং আদি বিষয়ত ডিগ্ৰী লাভ কৰা লোকৰ সংখ্যাও অসমীয়া সমাজত আগতকৈ বহুগুণে বৃদ্ধি হ'ল। মুঠৰ ওপৰত এইটো কথা ঠিক যে স্বাধীনতা লাভৰ আগতে অসমীয়া সমাজখনে যি পৰিমাণৰ অৰ্থনৈতিক সা-সুবিধাৰ কথা ভবাই নাছিল সেই পৰিমাণৰ তেনে সা-সুবিধা অসমীয়া সমাজখনলৈও আহিল—এই সমাজখনৰে অন্ততঃ কিছু সংখ্যক লোকলৈ আহিল।

অৰ্থনৈতিক ক্ষেত্ৰত আৰু এই সূত্ৰতে আনুষ্ঠানিক শিক্ষাগত ক্ষেত্ৰত লাভ কৰা এই প্ৰগতিৰ ফলত অসমীয়া সমাজখনে কেনে ধৰণৰ গুণগত বা মানসিক প্ৰগতি লাভ কৰিলে—এই প্ৰশ্নটো অৱশ্যে এই প্ৰসঙ্গতে উত্থাপন কৰিব পাৰি।

যিহেতু সাহিত্যই হ'ল সমাজৰ মানসিক দিশটোৰ প্ৰধান প্ৰতিবিম্ব স্বৰূপ সেয়ে সাহিত্যৰ কথালৈকে আহোঁ। কেইটামান লাক্ষণিক (symptomatic) কথাকে এই প্ৰসঙ্গত উল্লেখ কৰিছোঁ।

(১) অসমীয়া সমাজত একালত 'অৰুণ', 'অকণ', 'পখিলা' আদিৰ নিচিনা শিশু আলোচনী চলিছিল; আজি সা-সুবিধা বহুগুণে বৃদ্ধি হোৱা সত্বেও এখন ভাল শিশু আলোচনী নাই।

(২) যি ক্ষেত্ৰত ত্ৰিশৰ দশকত মাত্ৰ দুখন কলেজ পোৱা অসমীয়া সমাজখনত 'আৱাহনৰ' দৰে মাহেকীয়া আলোচনী এখন ওলাইছিল, আজি তিনিটা বিশ্ববিদ্যালয়ৰ

আৰু শতাধিক কলেজ পোৱা অসমীয়া সমাজখনে 'আৱাহন'ৰ পৰ্যায়ৰ (তাতকৈ উন্নত পৰ্যায়ৰ মাহেকীয়া আলোচনী এখনৰ কথা বাদেই দিলোঁ।) মাহেকীয়া আলোচনী এখনো নোহোৱাকৈ চলিব লগীয়া অৱস্থাত পৰিল। তেনে পৰ্যায়ৰ কমেও পাঁচ-ছখন মাহেকীয়া আলোচনী আজি ওলাব নালাগিছিল জানো? কথাটো বিশেষ তাৎপৰ্যপূৰ্ণ। অৱশ্যে, মাহেকীয়া আলোচনী এখন উলিয়াব পৰাটোও একো ডাঙৰ কথা নহয়। এসোপা আৱৰ্জনাৰে ভৰাই এখন কিয় দহখন মাহেকীয়া আলোচনী অসমত উলিয়াব পৰা যায়। আমি তেনেকুৱা বিধৰ মাহেকীয়া আলোচনীৰ কথা কোৱা নাই, কৈছোঁ সেই বিধৰ মাহেকীয়া আলোচনীৰ কথা য'ত সমাজক 'মানসিক' প্ৰগতিৰ বাটলৈ টানি নিয়াৰ প্ৰচেষ্টা চলে নাইবা য'ত ৰুচি আৰু মননৰ ঐতিহ্য এটা ৰক্ষিত হয়।

(৩) অসমীয়া সাহিত্যৰ গতি-প্ৰকৃতিৰ বিষয়ে বিশেষভাৱে সচেতন দুজনমান চিন্তাশীল সাহিত্যিকৰপৰা জানিছোঁ যে অসমীয়া সমাজত আজি ত্ৰিশ বছৰ বয়সৰ তলৰ কোনো বিশেষ প্ৰতিভাবান কবি, গল্প-লিখক নাইবা সাহিত্য-সমালোচক ওলোৱা নাই।

(৪) এজন বয়োবৃদ্ধ শিক্ষক আৰু সাহিত্যিকে ১৯৭৪ চনত এঠাইত লিখিছে ঃ "বিদ্যালয়—মহাবিদ্যালয়—বিশ্ববিদ্যালয়ৰ কাষ চাপিলে চিন্তাৰ এই সংকট হেনো আৰু সন্নিকট হয়। ...এই সমস্যাটো মকৰাজাল নলগা মূৰেৰে ঘাটি ক'ৰবাত কিবা কৰিব পাৰি নে কি ভাবি চাওক সকলোৱে। নহলে আমাৰ ইনটেলেক্চুৱেল ভেকুৱামে বৌদ্ধিক শূন্যতাই আমাক পঙ্গু কৰি পেলাব।"

(৫) সাৰ্থক কলা-সাহিত্যক, উচ্চ চিন্তাৰ আদৰ্শক বিপন্ন কৰা শৃঙ্খলাবিহীন মানসিকতা আৰু তৰল ৰুচিৰ প্ৰতিনিধিস্থানীয় দুৰ্গতিবাদী-প্ৰগতিবাদী বিভিন্ন ধৰণৰ আলোচনা, সাহিত্য, গান আৰু কথাছবিৰহে পয়োভৰ হৈছে এই কালছোৱাত। (অসমীয়া সাহিত্যিক সাংবাদিকসকলৰো বহুতেই এই অশুভ শক্তিবোৰৰ বিৰোধিতা কৰাৰ পৰিবৰ্তে নিজৰ জনপ্ৰিয়তাৰ স্বাৰ্থত এই শক্তিবোৰৰ প্ৰতিয়েই কাৰ্যক্ষেত্ৰত নৈতিক সমৰ্থন জনাইছে।)

অসমীয়া সমাজত এটা শ্ৰেণীৰ অৰ্থনৈতিক প্ৰগতি আৰু শিক্ষাৰ প্ৰসাৰৰ সময়ছোৱাতে সংস্কৃতিৰ ক্ষেত্ৰত উপস্থিত হোৱা এই সংকটটোৰ বিষয়ে গভীৰভাৱে চিন্তা কৰি চোৱাৰ প্ৰয়োজন। এই পৰিস্থিতিটোৰ বিষয়ে ১৯৬৫-৬৬ চনতেই 'ৰামধেনু'ৰ পাতত শ্ৰীভবেন বৰুৱাই "প্ৰাপ্তবয়স্কৰ সমস্যা আৰু অসমীয়া সংস্কৃতি" প্ৰবন্ধটোৰ যোগেদি যি বিশদ আলোচনা আগবঢ়াইছিল সেই আলোচনাৰ তাৎপৰ্য এতিয়াও বহুতেই হয়তো উপলব্ধি কৰা নাই।

এই পৰিস্থিতিটোৰ প্ৰসঙ্গতেই এই কথাবোৰো উল্লেখ কৰিব পাৰি ঃ

"সচৰাচৰ সাহিত্য বুলিলে অন্তৰ্ভুক্ত হোৱা ৰচনাৰ ক্ষেত্ৰতো আমাৰ ভাষা বিশেষ চহকী হোৱা বুলি এতিয়াও কব' পৰা হোৱা নাই।......মাত্ৰ দুই চৰিজন লেখকৰ অতি কম সংখ্যক ৰচনাহে প্ৰকৃততে **উচ্চ মান-সম্পন্ন** বুলি পৰিগণিত হব পাৰিছে।...দুই এজন লেখকৰ ৰচনা বাদ দি আমাৰ গল্প আৰু কবিতাবোৰৰ **এক অধোমুখী গতি** পৰিলক্ষিত হৈছে।...যোৱা কেইবছৰমানৰপৰা এক শ্ৰেণীৰ ব্যৱসায়িক দৃষ্টিভঙ্গী গ্ৰহণ কৰা আলোচনী আৰু দৈনিক, সাপ্তাহিক, অৰ্ধ-সাপ্তাহিক সংবাদপত্ৰসমূহে **সাহিত্য-সৃষ্টিৰ পৰিবেশ অস্বাস্থ্যকৰ কৰি তোলাটোও** ইয়াৰ অন্য এক কাৰণ হব পাৰে।...প্ৰতিজন লেখকে নিজ **প্ৰতিভা আৰু বুদ্ধিমত্তাৰ উৎকৰ্ষ সাধনৰ** লগতে **নিজ ভাষা-সাহিত্যৰ মঙ্গলৰ বাবে** জনপ্ৰিয় বাতৰি কাকত আৰু আলোচনীৰ লগত হাত মিলোৱাৰ আগেয়ে অন্ততঃ এখন **উচ্চমান সম্পন্ন আলোচনী** চলাই ৰখাৰ বাবে নিজ সাধ্যানুসাৰে বৰঙণি যোগোৱা উচিত। এনে আলোচনা **সাধাৰণতে 'জনপ্ৰিয়' নোহোৱাটোৱে স্বাভাৱিক।** আনকি ই জীয়াই থাকিবলৈ হলেও লেখক আৰু সচেতন পাঠক-শ্ৰেণীৰ সক্ৰিয় সহযোগ নহলে নহয়।"

[ সম্পাদকীয় ঃ তাৰকচন্দ্ৰ গোস্বামী আৰু হৰেকৃষ্ণ ডেকা সম্পাদিত 'উত্তৰণ' প্ৰথম সংকলন, এপ্ৰিল, ১৯৬৮]

কিবোৰ কথা এই পৰিস্থিতিটোৰ মূলত আমি লক্ষ্য কৰিব পাৰো ?

একোখন সমাজৰ মানসিক প্ৰগতিৰ বাবে কেৱল আনুষ্ঠানিক আৰু বস্তু সম্পদমূলক সা-সুবিধাৰেই প্ৰয়োজন নহয়, তেনে প্ৰগতি বিচৰা আৰু বিচাৰিব জনা এদল চৰিত্ৰবল থকা, আদৰ্শবোধসম্পন্ন লোকৰো প্ৰয়োজন হয়। যদিহে কোনো সমাজত তেনে এদল লোক নাথাকে তেতিয়াহলে সেইখন সমাজে যিমানেই বস্তুমূলক আৰু আনুষ্ঠানিক সা-সুবিধা লাভ নকৰক কিয় মানসিক প্ৰগতি সেই সমাজখনে লাভ কৰাৰ সম্ভাৱনা সুদূৰ-পৰাহত। এই মানসিক প্ৰগতিৰ ক্ষেত্ৰত অৰ্থনৈতিক শক্তিটোতকৈ মানৱিক শক্তিটোৰ (human factor) ভূমিকা বহুত বেছি পৰিমাণে গুৰুত্বপূৰ্ণ।

অসমীয়া সমাজখনত আজি এনে এদল আদৰ্শবোধসম্পন্ন লোকৰো বিশেষ প্ৰয়োজন যি সমাজখনক এই কথাটো অবিৰামভাৱে সোঁৱৰাই থাকে—যে মানসিক প্ৰগতিয়েই হ'ল লক্ষ্য আৰু বস্তুসম্পদমূলক প্ৰগতি এটা উপায়হে, যে বস্তুসম্পদমূলক প্ৰগতিৰ অৰ্থাৎ অৰ্থনৈতিক প্ৰগতিৰ ওপৰত আমি ভালদৰেই গুৰুত্ব আৰোপ কৰিব

লাগিব হয়, কিন্তু সেই প্ৰগতি সদায়েই সমাজৰ সাংস্কৃতিক প্ৰগতিৰ লক্ষ্যটোৰ ক্ষেত্ৰত এটা উপায় হিচাপেহে গৃহীত হব লাগিব।

সমাজক সাংস্কৃতিক প্ৰগতিৰ পথলৈ নিয়াৰ বাবে সাংস্কৃতিক কৰ্মপ্ৰয়াস চলোৱা সাংস্কৃতিক বোধসম্পন্ন আদৰ্শবাদী লোকৰ এটা শক্তিশালী দল স্বাধীনতা লাভৰ পিছত বহুত অৰ্থনৈতিক সা-সুবিধা লাভ কৰা অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ মাজৰ-পৰা কিয় নোলাল? এই প্ৰশ্নৰ উত্তৰত এই কথাটোও উল্লেখ কৰিব পাৰি যে স্বাধীনতাৰ আগতে অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৱে চুবুৰীয়া বঙ্গদেশত যি আদৰ্শটো সক্ৰিয় হৈ থকা দেখি অনুপ্ৰেৰণা লাভ কৰিছিল সেই আদৰ্শটো নানান কাৰণত বঙ্গদেশত বিপৰ্যস্ত হবলৈ ধৰাত আগতকৈ অৰ্থনৈতিক সমৃদ্ধি লাভ কৰা সত্বেও সংস্কৃতিৰ ক্ষেত্ৰত অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ ঠেঁৰু-চিগা অৱস্থা হ'ল। একালত বঙালী জাতি শিক্ষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত ওপৰলৈ উঠি গৈছিল; সেই সময়ত অসমীয়া সমাজতো আজিতকৈ বেছি নিশকতীয়া, এতিয়াতকৈ বহুগুণে কম পৰিমাণৰ শিক্ষাগত আৰু অৰ্থনৈতিক সা-সুবিধা পোৱা মধ্যবিত্ত শ্ৰেণীটোৰ মাজৰ-পৰাই আনন্দৰাম, বাণীকান্ত, কৃষ্ণকান্ত, বেজবৰুৱা, জ্যোতিপ্ৰসাদ, বিৰিঞ্চি বৰুৱা আদি ওলাইছিল—এটা সৎ সাংস্কৃতিক কৰ্মপ্ৰয়াসৰ উদ্যম বেজবৰুৱাৰপৰা জ্যোতিপ্ৰসাদলৈকে চলি আহিছিল। আজি বঙালী জাতিটো এইবোৰ ক্ষেত্ৰত তললৈ নামি গৈছে! গতিকে, সাংস্কৃতিক বৌদ্ধিক চিন্তাৰ ক্ষেত্ৰত স্বাৱলম্বী হবলৈ নিশিকা অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৱে এইবোৰ ক্ষেত্ৰত উঠি যাবলৈ অনুপ্ৰেৰণা পাব ক'ৰপৰা?

> "এই অন্ধকারের মধ্যেও বাঙালীর জীবনে একটু সান্ত্বনা খোঁজার জায়গা ছিল, যেখানে দেখা যেত আলোর রেখা। সে জায়গাটা হলো বাঙালীর শিক্ষা, সাহিত্য ও সংস্কৃতি। বাঙালীর সবই গেছে, তার সমস্ত গর্ব ও গরিমা আজ ধূলিসাৎ। টিকে ছিল শুধু শিক্ষা, সাহিত্য ও সংস্কৃতির ইমারতটুকু। অর্থনৈতিক তথা রাজনৈতিক সংকট আর শিক্ষা জগতের চরম বিশৃঙ্খলা ও অরাজকতার নিদারুণ আঘাতের পর আঘাতে তাও জীর্ণ হয়ে আসছিল। কিন্তু বনিয়াদটা একটু শক্ত বলে এত আঘাতেও টিকে ছিল এত কাল। শিক্ষা, সাহিত্য ও সংস্কৃতির প্রতি বাঙালীর সহজাত অঢেল দরদ ও ভালবাসা আর দুর্নিবার আকর্ষণ দিয়েই এই ভিত বা বনিয়াদটা তৈরী।......কি করে রক্ষা করা যায় তার শিক্ষা-সাহিত্য-সংস্কৃতিকে, তার যা কিছু সুন্দর ও মহান সে সব কিছুকে তা আজ তোমাদের ভাবতে হবে, অবিলম্বে খুজে বের করতে হবে পথের নিশানা।"

এই কথাখিনি এজন প্ৰাপ্তবয়স্ক বঙ্গীয়লোকে বঙ্গীয় কিশোৰইতৰ বাবে "কিশোৰ ভাৰতী"ত (৬ষ্ঠ বৰ্ষ, ২য় ও ৩য় সংখ্যা) লিখিছিল! কিন্তু যি অসমীয়া জাতিৰ শিক্ষা-সাহিত্য-সংস্কৃতিৰ বুনিয়াদটোৱেই কোনো সময়ত 'শক্ত' নহ'ল—সেই অসমীয়া জাতিয়ে শিক্ষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত যথাৰ্থ প্ৰগতি লাভ কৰিবলৈ হলে কেনে ধৰণৰ কৰ্মপ্ৰয়াসৰ ওপৰত বিশেষ গুৰুত্ব দিব লাগিব? বোম্বে চিনেমাৰ লগতে বঙ্গীয় সমাজৰ নৰ্দমাবোৰৰ ময়লাখিনিয়েই আজি অসমীয়া মানসিকতালৈ বেছি পৰিমাণে আহিছে। আৰম্ভণিতেই যি এটা সৰ্বাত্মক anti-cultural, anti-academic পৰিবেশৰ মাজত আজি ডিব্ৰুগড় বিশ্ববিদ্যালয়কে ধৰি অসমৰ নতুন নতুন শিক্ষানুষ্ঠানবোৰ গঢ়ি উঠিছে সেই পৰিবেশত প্ৰকৃত উচ্চ শিক্ষাৰ আদৰ্শ আৰু সাংস্কৃতিক প্ৰগতিৰ ওপৰত গুৰুত্ব দিব খোজা মানুহৰ পৰিবৰ্তে 'পপুলিষ্ট' কথা আওৰোৱা মানুহেই বেছিকৈ ওলোৱাৰ সম্ভাৱনা। অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ মাজৰপৰা ওলোৱা উচ্চ শিক্ষিত লোকসকলৰ প্ৰতিনিধিত্বমূলক (representative) মানসিকতা যেতিয়ালৈকে তাৰ মৌলিক সংস্কৃতিবিমুখ চৰিত্ৰটোৰপৰা মুক্ত নহয়—তেতিয়ালৈকে অসমীয়া সমাজত সকলো প্ৰকাৰৰ ৰাজনৈতিক-অৰ্থনৈতিক চিন্তা অসমৰ সাংস্কৃতিক প্ৰগতিৰ অনুকূল নহৈ প্ৰতিকূল হৈয়ে ৰব। অসমত সমাজবাদী-প্ৰগতিবাদী চিন্তাও দুৰ্ভাগ্যক্ৰমে অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ philistinism-ৰ আধাৰতে গঢ় লৈছে।

শিক্ষা-সাহিত্য-সংস্কৃতিৰ বিষয়ত এটা প্ৰকৃত সাংস্কৃতিক আদৰ্শবোধ নথকা বা হেৰুৱাই পেলোৱা অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰপৰাই ওলোৱা আৰু মাহিলী আয় পাঁচ শ টকাৰ কম নোহোৱা বহুত লোকেও এই সমস্যাটোৰ গুৰুত্ব উপলব্ধি কৰিবলৈ চেষ্টা নকৰি জনতাৰ অৰ্থনৈতিক মুক্তিতেই অসমীয়া সমাজৰ এই সমস্যাটোৰো সমাধান পোৱা যাব বুলি ওপৰে ওপৰে মন্তব্য দিবলৈ পাছ নুহুঁহকিব। কিন্তু এই প্ৰসঙ্গতে এটা অত্যন্ত গুৰুত্বপূৰ্ণ অথচ বহুতে মন নকৰা কথা উল্লেখ কৰিব পাৰি। কেইবছৰমানৰ আগতে এজন ভাৰতীয় অৰ্থনীতিবিদে এঠাইত দেখুৱা এই কথাটো হ'ল: **"এই দেশত যিসকলৰ মাহিলী আয় আজি পাঁচ শ টকাৰ কম নহয় সেই সকল জনসংখ্যাৰ শতকৰা এভাগো নহব।**......যি দেশত অধিকাংশ পৰিয়ালৰ জনমূৰি আয় দৈনিক এটকাৰো বহুত কম তাত জনগণৰ দৃষ্টিত যাক সাম্য বুলিব পাৰি সেই সাম্য প্ৰতিষ্ঠিত হলে সমাজত শিক্ষা, সংস্কৃতি আৰু প্ৰগতিৰ কথা ভবা আৰু চিন্তা কৰা লোক বৰ বেছি অৱশিষ্ট নাথাকিব।"

এইটো হ'ল বাস্তৱ পৰিস্থিতি। এনে অৱস্থাত মহাবিদ্যালয় আদিত শিক্ষকৰ আয় বৃদ্ধি কৰাৰ প্ৰস্তাৱটো আজি গ্ৰহণ কৰা লোকসকলেও সমাজত শিক্ষা-সংস্কৃতি

প্ৰগতিৰ প্ৰয়োজনটোৰ ওপৰতো নীতিগতভাৱেই গুৰুত্ব আৰোপ কৰিব লাগিব। মধ্যবিত্তীয় আয়বৃদ্ধিৰ এনে প্ৰস্তাৱৰ ক্ষেত্ৰত অৰ্থনৈতিক অসাম্য দূৰীকৰণ নাইবা জনতাৰ অৰ্থনৈতিক মুক্তি সম্পৰ্কীয় 'জনতাবাদী' তত্ত্বটোৱে, বক্তৃতাবোৰে, কবিতাবোৰে সহায় নকৰিব। এই প্ৰস্তাৱটোৰ প্ৰসঙ্গতে অৱশ্যে এই কথাটোও উল্লেখ কৰিব পাৰি যে দেশৰ অৰ্থনৈতিক প্ৰগতি আৰু তাৰ ভেটিতে জনতাৰ অৰ্থনৈতিক প্ৰগতি ত্বৰান্বিত কৰিবলৈ লোৱা যি কোনো ৰাষ্ট্ৰ ব্যৱস্থাতে আমাৰ দেশৰ জাতীয় আয়ৰ পৰিপ্ৰেক্ষিতত জনসংখ্যাৰ এভাগমান লোক (জনতাক ৰাজনীতি আৰু লগতে শিক্ষা-সংস্কৃতিত নেতৃত্ব দিয়া লোকসকল) অন্ততঃ মহাবিদ্যালয়বোৰৰ শিক্ষকসকলে পোৱা বিধৰ জনতা-দুৰ্লভ কিছুমান অৰ্থনৈতিক সা-সুবিধাৰ ( privileges ) অধিকাৰী হব—যেতিয়ালৈকে জনগণৰ দৃষ্টিত যাক অৰ্থনৈতিক সাম্য বুলিব পাৰি তাক প্ৰতিষ্ঠা কৰিবৰ জোখাৰে জাতীয় আয় বৃদ্ধি নহয়। কিন্তু, শতকৰা যি কোনো এভাগ লোকৰ হাতত তেনে ধৰণৰ অৰ্থনৈতিক সা-সুবিধাৰ উপৰিও জনতাক প্ৰতিনিধিত্ব কৰাৰ নামত এতিয়াতকৈও বহুগুণে শক্তিশালী একনায়কত্ববাদী এটা ৰাষ্ট্ৰযন্ত্ৰৰ ক্ষমতা অৰ্পিত হোৱাটো আমি বিচাৰোঁ নে নিবিচাৰোঁ—এইটোও এই ক্ষেত্ৰত এটা মৌলিক প্ৰশ্ন। ( তাতে, সেইসকল লোক যদি সমাজত উচ্চ সংস্কৃতিৰ প্ৰয়োজনবোৰৰ প্ৰতি উদাসীন অথবা সিবোৰৰ মূল্য উপলব্ধি কৰিব নোৱাৰা প্ৰকৃতিৰ হয়—তেতিয়াতো পৰিস্থিতিটো আৰু বেছি বিপদজনক। ) যিসকল লোকে জনতাৰ নামতেই উক্ত বিধৰ অৰ্থনৈতিক সা-সুবিধাবোৰৰ উপৰিও এনে বাধাহীন ৰাষ্ট্ৰীয় ক্ষমতা লাভ কৰাৰ সম্ভাৱনা—সেইসকল লোক হয়তো এই সমস্যাটোৰ বিষয়ে বিশেষ সচেতন নহব। কিন্তু, বৰ্তমান সমাজ ব্যৱস্থাৰ frying pan-অৰপৰা সমাজক মুক্ত কৰাৰ অৰ্থটো যাতে সমাজক এক সৰ্বগ্ৰাসী ৰাষ্ট্ৰীয়তাবাদৰ ( Statism ) fire-অলৈ নিয়াৰ অৰ্থ হৈ পৰিব নোৱাৰে সেই বিষয়ে সমাজৰ মানৱিক প্ৰগতিৰ বাবেই আজি সচেতন হোৱাৰ বিশেষ প্ৰয়োজন আছে। আন হাতে উচ্চ সংস্কৃতিৰ প্ৰয়োজনৰ উপলব্ধিৰদ্বাৰা অনুপ্ৰাণিত নোহোৱা জনতাৰ populismও এই সমস্যাটোৰ প্ৰকৃত সমাধান হব নোৱাৰে। মানৱ-জাতিৰ যথাৰ্থ মানৱিক প্ৰগতি এফালে monopoly capitalism-অৰ হেঁচাত আৰু আন ফালে এক সৰ্বগ্ৰাসী ৰাষ্ট্ৰীয়তাবাদৰ হেঁচাত আজি যিসময়ত বিশ্বত বিপন্ন হৈ পৰিছে, সেই সময়ত অসমীয়া সমাজত প্ৰকৃত মানৱিক প্ৰগতিৰ কথা চিন্তা কৰা লোকসকলে বিশ্বৰ এই সামগ্ৰিক পৰিস্থিতিটোও মনত ৰাখিব লাগিব। সমাজবাদী আদৰ্শত আজি এই পৰিস্থিতিবোৰৰ বিষয়েও এক তীব্ৰ সচেতনতা অঙ্গীকৃত হব লাগিব।

অসমীয়া সমাজত অন্ন-বস্ত্ৰৰ উপৰিও অন্ততঃ মধ্যবিত্তসুলভ অৰ্থনৈতিক আৰু

শিক্ষাগত সা-সুবিধা ভোগ কৰি থকা অথচ উচ্চ সংস্কৃতিৰ প্ৰতি কোনো যথার্থ অনুৰাগ নথকা বিধৰ বহুত লোকে হয়তো জনতাৰ অন্ন-বস্ত্ৰৰ সমস্যাটো আঁতৰ নোহোৱালৈকে নাইবা জনতাৰ বাবে অৰ্থনৈতিক সাম্য প্ৰতিষ্ঠা নোহোৱালৈকে অসমীয়া সমাজত উচ্চ সংস্কৃতিৰ বিষয়টোকে স্থগিত ৰখাৰ বাবে সংকল্প ('আগতে জনতাৰ অন্ন-বস্ত্ৰ বা অৰ্থনৈতিক সাম্য, তাৰ পিছতহে...') গ্ৰহণ কৰিবলৈ ভালেই পাব। (অৰ্থনৈতিক 'শিক্ষাগত' সা-সুবিধাবোৰ অৱশ্যে সিসকলে বৰ্জন নকৰে।) স্বাধীনতাৰ পিছত লাভ কৰা অৰ্থনৈতিক প্ৰগতিখিনিক সমাজৰ যথার্থ সাংস্কৃতিক প্ৰগতিৰ বাবে ব্যৱহাৰ কৰিব নোৱাৰা অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ মাজত সাহিত্য-সংস্কৃতিকে ওলোটাই অৰ্থনৈতিক প্ৰগতিৰ এটা উপায় (means) স্বৰূপ কৰি তোলাৰ আদৰ্শটো (কলা-সাহিত্যৰ মূল্য অৰ্থনৈতিক প্ৰগতিত সিবোৰে আগবঢ়াব পৰা বৰঙণিৰ সূত্ৰতে নিৰূপণ কৰাৰ আদৰ্শ) সক্ৰিয় হব পৰাৰ সম্ভাৱনাও যথেষ্ট। এইবোৰ পৰিস্থিতি অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ মাজত সংস্কৃতিৰ ক্ষেত্ৰত দেখা দিয়া ৰোগটোৰে বিশেষ বিশেষ লক্ষণ। আনহাতে, এই পৰিস্থিতিবোৰে অসমীয়া সমাজৰ সাংস্কৃতিক সংকটটোক বেছি ভয়াবহহে কৰি তুলিব।

জাতীয় আয় বৃদ্ধি কৰাৰ প্ৰয়োজনটোৰ ওপৰত আৰু তাৰ সূত্ৰতেই জনসাধাৰণৰ অৰ্থনৈতিক উন্নতি নাইবা মুক্তিৰ কথাটোৰ ওপৰত গুৰুত্ব দিওঁতে আমি এই কথাটোও পাহৰি যোৱাটো উচিত নহব যে তেনে উন্নতিয়েই আপোনা আপুনি সমাজ এখনক উচ্চ সংস্কৃতিৰ পথলৈ লৈ নাযায়।

এঠাইত উদ্ধৃত অৰ্থনীতিবিদ গুণাৰ মিৰডালৰ কিছু কথা এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি ঃ

> "Undoubtedly, the rise in material welfare and security for masses has not been accompanied by the sharp improvement of cultural participation which we believed should result from the social reforms at the time when we had to fight for them. ...Apparently, they are not so keen on high culture, as we romantically believed..." (Joan Robinson : 'Freedom and Necessity', p. 90.)

উচ্চ সংস্কৃতিৰ ক্ষেত্ৰত অগ্ৰসৰ এখন উন্নত দেশৰ জনসাধাৰণৰ ক্ষেত্ৰতে পৰিলক্ষিত হোৱা অৰ্থনৈতিক প্ৰগতি আৰু উচ্চ সংস্কৃতিৰ এনে এটা সম্পৰ্ক অসমৰ দৰে অনুন্নত সমাজত বেছি পৰিমাণেই সক্ৰিয় হোৱাৰ সম্ভাৱনা। এই কাৰণেই জনসাধাৰণৰ অৰ্থনৈতিক প্ৰগতিৰ কথাটোৰ সমান্তৰালভাৱে অসমীয়া সমাজত আন

এটা কথাইও গুৰুত্ব পাব লাগিব। ৰাজনৈতিক অৰ্থনৈতিক কৰ্মপ্ৰয়াসৰ সমান্তৰালভাৱে অসমীয়া সমাজত উচ্চ সংস্কৃতিৰ বিষয়ে আগ্ৰহী এদল লোকৰ কৰ্ম-প্ৰচেষ্টা চলি থাকিলেহে অসমীয়া সমাজে প্ৰকৃত মানসিক প্ৰগতি লাভ কৰাৰ সম্ভাৱনাই দেখা দিব। কোৱা বাহুল্য যে এই দিশটোৰ প্ৰতি বেছি সংখ্যক লোক আকৃষ্ট নহয়, আৰু ধনবল বা সংখ্যাবল কোনো এটাকে এই দিশটোত বেছি আশা কৰিব নোৱাৰি। সেয়ে একমাত্ৰ এদল আদৰ্শবাদী সংস্কৃতিসেৱীৰ মনোবলেই এই দিশটোত প্ৰধান ভূমিকা গ্ৰহণ কৰিব লাগিব। এলিয়টে বৰ্তমান যুগৰ পছিমীয়া সমাজৰ প্ৰসঙ্গত এঠাইত যিখিনি কথা লিখিছিল সেইখিনি অসমীয়া সমাজত আজি বেছি গভীৰভাৱে তাৎপৰ্যপূৰ্ণ হৈ পৰিছে ঃ

"For this immediate future, perhaps for a long way ahead, the continuity of culture may have to be maintained by a very small number of people indeed—and these not necessarily the best equipped with worldly advantages. It will not be the large organs of opinion, or the old periodicals, it must be the small papers and reviews......that will keep critical thought alive, and encourage authors of original talent......I feel that it is all the more essential that authors who are concerned with *that small part of 'literature' which is really creative—and seldom immediately popular*—should apply themselves sedulously to their work, without abatement or sacrifice of their artistic standards on any pretext whatever." (T. S. Eliot : "Last Words", 'The Criterion', 1939).

এনে আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত এদল লোক অসমীয়া সমাজত নোলালে অসমীয়া সংস্কৃতিৰ উৎকৰ্ষ লাভৰ কোনো সম্ভাৱনা নাই। জনসংযোগৰ শক্তিশালী মাধ্যমবোৰৰ আৰু ৰাষ্ট্ৰীয় ৰাজনৈতিক নিয়ন্ত্ৰণাধীন কোনো প্ৰচেষ্টাৰ যোগেদি সমাজত এই ক্ষেত্ৰত বিশেষ কাম নহব। সেইসকল লোকেই এলিয়টৰ এই কথাৰ মূল্য বুজিব যিসকলে সাহিত্যক বৰ্বৰতাৰ বিৰুদ্ধে মানৱ জাতিৰ সাংস্কৃতিক ঐতিহ্যটোৰ শক্তি হিচাপে গ্ৰহণ কৰে, আৰু যিসকলৰ বিষয়ে এলিয়টে লিখিছিল ঃ

"...those who already accept the contention that the preservation of a living literature is more than a matter of interest only to amateurs of verse and readers of novels ;

and who see in it the *preservation of developed sheech and of civilization against berbarism."*

সমাজত এক উচ্চ সংস্কৃতিৰ বোধ সক্ৰিয় হৈ নাথাকিলে জাতিপ্ৰেম, জনসাধাৰণ, ৰাজনৈতিক অৰ্থনৈতিক প্ৰগতি আদি ভাল আদৰ্শবোৰো একোটা সংস্কৃতিবিৰোধী শক্তিলৈ যে পৰিণত হব পাৰে তাৰ উদাহৰণ প্ৰায়ে দেখা যায়। অন্ধ জাতীয়তাবাদৰ প্ৰেৰণাত আজি অসমত ৰবীন্দ্ৰনাথৰ গান নাইবা সত্যজিৎ ৰায়ৰ কথাছবি বৰ্জন কৰাৰ দাবী সময়ে সময়ে উচ্চাৰিত হৈছে। সেইদৰেই সক্ৰিয় হৈছে শ্ৰেণী-তত্ত্বৰ এক সংস্কৃতিবিৰোধী ব্যাখ্যাৰ প্ৰেৰণাত মানৱজাতিৰ মূল্যবান সাংস্কৃতিক ঐতিহ্য বৰ্জন কৰাৰ আদৰ্শ। সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত এইবোৰ ঘটনা মূলতঃ একে ধৰণৰ মানসিকতাৰেই বিশেষ বিশেষ লক্ষণ মাত্ৰ। এনে এটা পৰিস্থিতিত অসমত আজি আলফনচ' ৰেইচৰ ভাষাত ঘোষণা কৰাৰ প্ৰয়োজন হৈছে ঃ "Over the interest of class, party and countries are the supreme interests of man and these are the ones which are the responsibility of intellectuals."

'সাংস্কৃতিক মূল্যবোধসম্পন্ন বুদ্ধিজীৱী'ৰ এইটোৱেই মৌলিক দায়িত্ব। সমাজৰ গুণগত প্ৰগতিক সম্ভৱ কৰিবলৈ তেওঁলোকে সমাজক সেৱা কৰিব লাগিব সংস্কৃতিক ৰক্ষা কৰিবলৈ কৰ্মপ্ৰয়াস চলোৱাৰ যোগেদিয়েই ঃ "guarding the treasure of acquired culture, saving it whole for the generation of tomorrow." [The Modern Culture of Latin America, Society and tha Artist : Jean Franco, p. 191]

উচ্চ সংস্কৃতিৰ প্ৰসঙ্গতেই সমাজত ধী শক্তিৰ বা বৌদ্ধিক চেতনাৰ এটা ঐতিহ্যৰ গুৰুত্বটো লক্ষ্য কৰিব পাৰি। যিখন সমাজত এটা শক্তিশালী বৌদ্ধিক চিন্তাৰ ঐতিহ্য নাথাকে সেইখন সমাজ উচ্ছ্বাস, হুযুগ, যুক্তিহীনতা, তথ্যহীনতা, collective hysteria-ৰ সোঁতত উটি যাবলৈ বাধ্য। অসমীয়া সমাজ প্ৰকৃত বৌদ্ধিক চিন্তাৰ এটা ঐতিহ্যৰ অভাৱত আজি এইভাৱে বিপন্ন হোৱা এখন সমাজ। উচ্চ শিক্ষাৰ বিভিন্ন সমস্যা, উচ্চ শিক্ষাৰ মাধ্যম সম্পৰ্কীয় সমস্যা—সকলোবোৰ গুৰুত্বপূৰ্ণ সমস্যাৰ ক্ষেত্ৰতে আজি চিঞৰ বাখৰবোৰেই শেষ কথা হৈ পৰিছেগৈ। অসমৰ অনাতাঁৰ কেন্দ্ৰ, অসমীয়া বাতৰি কাকত, সাহিত্য সভা—সকলোতেই এটা নিয়ন্ত্ৰণৰ মানসিকতাৰ ক্ৰিয়া পৰিলক্ষিত হৈছে। সমাজত দেখা দিয়া সমস্যাবোৰৰ জটিলতাই বুদ্ধিৰ সমন্বত চিন্তা-চৰ্চাৰ যি উৎকৰ্ষ-সাধনৰ প্ৰয়োজনে দেখা দিছেহি সেই প্ৰয়োজনৰ প্ৰতি সচেতনতা আমাৰ সমাজত জাগ্ৰত হোৱা নাই।

এই সমস্যাটোৰ বাবেই সাধাৰণতে ৰাজনৈতিক দলবোৰৰ দৃষ্টিৰ আঁতৰত থকা ংস্কৃতিক বৌদ্ধিক সমস্যাবোৰৰ প্ৰতি সচেতন এদল বুদ্ধিজীৱীৰ অস্তিত্ব অসমত য়োজনীয় হৈ পৰিছে। তেতিয়াহে গণতন্ত্ৰ তথা ৰাজনীতিৰ ক্ষেত্ৰতো গুণগতভাৱে কৃষ্ট মানসিকতাৰ প্ৰভাৱ লাহে লাহে সক্ৰিয় হব বুলি আশা কৰিব পাৰি। এনে াদৰ্শ গ্ৰহণ কৰা এদল লোক বৰ্তমানৰ সমাজত অজনপ্ৰিয় হোৱাটো স্বাভাৱিক ; স্তু এনে এদল লোক সমাজত নাথাকিলে সমাজৰ গুণগত অৱনতি অৱশ্যম্ভাৱী :

"If the world is not to lose the benefit to be derived from its best minds, it will have to find some method of allowing them scope and liberty in spite of organization......The turbulance of our time is inimical to the fine flower of culture......Meanwhile, it is important that some at least should continue to realize the limitations of what can be done by organization." [Bertrand Russell : Unpopular Essays, P. 114]*

* এই প্ৰবন্ধটোত বৰ্তমানৰ অসমীয়া সংস্কৃতিৰ সংকটটোৰ বিষয়ে লিখা কথাখিনিৰ ক্ষেত্ৰত ভবেন বৰুৱাৰ 'প্ৰাপ্তবয়স্কৰ সমস্যা আৰু অসমীয়া সংস্কৃতি' ( ১৯৬৫ ), 'অসমত সাংস্কৃতিক শিক্ষাৰ এটা কেন্দ্ৰীয় প্ৰতিষ্ঠান স্থাপন কৰাৰ বাবে এখন আঁচনি' ( ১৯৭৩ )—এই প্ৰবন্ধ দুটাই মোক বিশেষভাৱে সহায় কৰিছে।

# আধুনিক বঙ্গীয় নাট্য ঐতিহ্যৰ সৈতে অসমীয়া সমাজ

পবিত্ৰ বৰগোহাঞি

অসমীয়া সমাজখনত সংস্কৃতিৰ নামত বৰ্তমান কেনে ধৰণৰ বস্তুবোৰ গৃহীত হবলৈ ধৰিছে, অসমীয়া সমাজখনে আধুনিক সংস্কৃতিৰ কেনে ধৰণৰ চৰিত্ৰটো গ্ৰহণ কৰিছে বা আধুনিক কলা-সাহিত্যৰ ক্ষেত্ৰত অসমীয়া সমাজখনৰ সাংস্কৃতিক মান কেনে ধৰণৰ—এই কথাবোৰ প্ৰত্যেকজন অসমীয়া শিল্পী, সাহিত্যিক আৰু বুদ্ধিজীৱীয়েই গভীৰভাৱে চিন্তা কৰি চোৱাৰ সময় আহি পৰিছে। কিয়নো এই কথাবোৰৰ সম্যক উপলব্ধি নহলে ভৱিষ্যতে কেনেবাকৈ ক্ষীপ্ৰতৰ অৰ্থনৈতিক প্ৰগতিৰ ক্ষেত্ৰত অগ্ৰসৰ হলেও সাৰ্থক আধুনিক সাংস্কৃতিক চেতনাৰ এটা ঐতিহ্যৰ অভাৱত অসমীয়া সমাজখনে উচ্চমানবিশিষ্ট জাতীয় সংস্কৃতিতো গঢ়ি তুলিব নোৱাৰিবই, আধুনিক অসমীয়া সাহিত্য আধুনিক বঙালী সাহিত্যৰ দ্বিতীয় নাইবা নিকৃষ্ট পৰ্যায়টোৰে অনুগামী হব আৰু লোক-সংস্কৃতিৰ অৱক্ষয়ৰ ফলত এক নিম্ন মানৰ গণ-সংস্কৃতিৰ নাইবা এক বুৰ'ক্ৰেটিক সংস্কৃতিৰ আবৰ্তটোৰ মাজতেই অসমীয়া সমাজখন ভালদৰে নিমজ্জিত হৈ পৰিব। ওচৰৰে বঙ্গীয় সমাজখনৰ আধুনিক সংস্কৃতিৰ উৎকৃষ্ট পৰ্যায়টোৰ লগত নিজৰ পৰিস্থিতিটোৰ তুলনা কৰি চালেহে আধুনিক সংস্কৃতিৰ ক্ষেত্ৰত অসমীয়া সমাজখনে হয়তো নিজৰ স্বৰূপটো উপলব্ধি কৰিব পাৰিব। আধুনিক যুগত ঘাইকৈ ৰবীন্দ্ৰনাথে দি থৈ যোৱা সাংস্কৃতিক ঐতিহ্যটোৰ আৰু সেই ঐতিহ্যটোৰ উত্তৰসাধকসকলৰ সংস্কৃতি-সাধনাৰ জোৰতে

বঙালী জাতি অসমীয়া জাতিতকৈ আধুনিক সংস্কৃতিৰ ক্ষেত্ৰত গুণগতভাৱে এটা উচ্চতৰ পৰ্যায়ত অৱস্থিত। এই পাৰ্থক্যটো উপলব্ধি কৰাটো, স্বীকাৰ কৰাটো আৰু অসমীয়া জাতিৰ আধুনিক সংস্কৃতিৰ উৎকৰ্ষ-সাধনৰ বাবে সাংস্কৃতিক চিন্তা আৰু কৰ্মপ্ৰয়াসত আত্মনিয়োগ কৰাটো আত্মসন্মানবোধ থকা প্ৰতিজন সৎ অসমীয়া সংস্কৃতিসেৱীৰে দায়িত্ব। বাহ্যিক আৰু আভ্যন্তৰীণ নানা কাৰণবশতঃ অসমীয়া জাতীয় জীৱনত সংস্কৃতিৰ অস্তিত্বটোৱেই বিপন্ন হৈ পৰাৰ সময়তো দেশী আৰু বিদেশী উচ্চ শিক্ষাৰ ডিগ্ৰীৰে পৰিপুষ্ট অসমীয়া শিক্ষিত সমাজ আৰু সংস্কৃতিসেৱী সকল উদাসীন হৈ থকাটো নিশ্চয় আমাৰ সাংস্কৃতিক চেতনাৰ দৈন্যৰেই নিদৰ্শন। ষাঠিৰ দশকৰ মাজভাগৰপৰা 'সংলাপ'-অলৈকে আধুনিক অসমীয়া সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ-সাধনৰ যি এটা কষ্টসাধ্য প্ৰয়াস পৰিলক্ষিত হৈছিল, তাকো ধ্বংস কৰিবলৈহে উচ্ছৃঙ্খল মানসিকতাৰ বহুতো লোক উঠি পৰি লাগিল। এই পৰিস্থিতিটো নিম্নখাপৰ অসমীয়া কবি-সাহিত্যিকসকলৰ বাবে আৰু সুবিধাবাদী লোকসকলৰ বাবে সুখকৰ হলেও অসমীয়া সমাজৰ বাবে মঙ্গলজনক বুলি কব নোৱাৰি। এই কথাটোও আজি কোৱাৰ প্ৰয়োজন হৈছে যে উগ্ৰ জাতীয়তাবাদৰ নাইবা উচ্চ-সংস্কৃতি-বিমুখ এক উগ্ৰ ৰাজনৈতিক প্ৰগতিবাদৰ (?) বাণী আওৰাই অসমীয়া মধ্যবিত্ত আৰু নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ মাজৰপৰা ওলোৱা নেতাসকলে আধুনিক যুগৰ অসমীয়াৰ সাংস্কৃতিক দৈন্য আৰু তাৰ পৰিণামৰ কথাটো আৰু তাৰ দূৰীকৰণৰ বাবে আৱশ্যকীয় প্ৰকৃত সাংস্কৃতিক কৰ্মপ্ৰয়াসৰ গুৰুত্বটো ঢাকি ৰাখিবলৈ চেষ্টা কৰিলে অসমীয়া জাতিৰে বিপদ। এইখিনিতে পঞ্চাছৰ দশকত এজন প্ৰখ্যাত আধুনিক বঙ্গীয় সাহিত্যিকে লিখা কেইটামান কথা সুঁৱৰিব পাৰি ঃ

> "বাঙালি ভারতের অন্যান্য ভাষার প্রতি বিমুখ ব'লে অভিযোগ শোনা যায় ; কিন্তু এ-কথাও ভেবে দেখা দরকার যে অন্যান্য ভাষা জানবার সত্যিকার সাহিত্যিক প্রেরণা কতটুকু আছে, এবং ভারতের সকল ভাষায় আধুনিক বাংলা সাহিত্যের প্রচুর ও পৌনঃপুনিক অনুবাদ হবারই বা কারণ কি। বাংলায় উনিশ-শতকী নবজীবনের পরে, রবীন্দ্রনাথের পরে, সক্ষম ও পরিণতি-প্রবণ বিশ-শতকী সাহিত্যেরও অস্তিত্ব অস্বীকার করা যায় না।......জীবিত ভাষার কাছে আমরা চাই নূতন ভাব, নূতন রীতি, উদ্যমের সাহস। ইবসেন যদি পুরোনো নর্স সাগারই পুনরাবৃত্তি করতেন তা'হলে য়োরোপে তাঁর কোনো আসন হ'তো না। বিভিন্ন ভারতীয় ভাষায় যেদিন **সৃষ্টিশীল, আধুনিক ও বিশ্বচেতন সাহিত্য** দেখা দেবে, গ'ড়ে উঠবে বিভিন্ন প্রদেশে **সাংস্কৃতিক পরিণতির সমতা** তখন পরস্পরের মধ্যে সম্বন্ধ ও বিনিময় হবে

স্বতঃস্ফূর্ত এবং অনিবার্য, তার জন্যে কোনো হিতোপদেশের প্রয়োজন হ… না। বলা বাহুল্য, এই কাজটি কোনো সরকারী দপ্তরের দ্বারা সাধি… হতে পারে না, প্রত্যেক প্রদেশের মধ্যে সহজভাবেই সৃষ্টির উদ্যম জে… ওঠা চাই।"

অসমীয়া ভাষাৰ মাধ্যমত 'সৃষ্টিশীল, আধুনিক ও বিশ্বচেতন সাহিত্য' সৃ… কৰাৰ বাবে অসমীয়া সমাজত কোনো আকুলতা আজিও জাগ্রত নহ'ল! কা… সেই 'সৃষ্টিৰ উদ্যম'? অন্ধ জাতীয়তাবাদী উগ্মা লৈ বাহু বলেৰেই অসমীয়া ভা… সাহিত্য-সংস্কৃতিক উদ্ধাৰ কৰিবলৈ ওলোৱা সকলে নাইবা ৰাজনৈতিক স্লো… কিছুমানকে চিঞৰি থকা অসমীয়াসকলে এই প্রয়োজনবোৰৰ কথা চিন্তা কৰি… চোৱাৰ কোনো প্রমাণ পৰিলক্ষিত হোৱা নাই।

এই প্রয়োজনবোৰৰ কথা অসমীয়া সমাজখনত সোঁৱৰাই দিব পৰা বিদে… চিন্তাবিদসকলৰ লগতে এমুঠি বঙ্গীয় শিল্পী-সাহিত্যিকো অসমীয়া সমাজত অ… বিশেষ শ্রদ্ধাৰ পাত্র হোৱাটো বাঞ্ছনীয়। কাৰণ, প্রকৃত সভ্যসমাজত ৰাজনৈ… তথা জনসাধাৰণৰ অর্থনৈতিক উন্নতিসাধনৰ প্রয়োজনবোৰৰ উপৰিও যে এটা উ… পর্যায়ৰ সাংস্কৃতিক ঐতিহ্যৰো প্রয়োজন আছে, সেই কথাটো অসমীয়া সমা… বিস্তৃত হবলৈ ধৰিছে। বঙ্গীয় সমাজখনত মঞ্চৰ ক্ষেত্রত উন্নত ৰুচি, উচ্চমান আ… বিশ্বচেতন আধুনিকতা প্রতিষ্ঠা কৰা, ৰবীন্দ্রনাথৰ নাট্যকীর্তিক সার্থক ৰূপত বঙ্গী… মঞ্চত প্রতিষ্ঠা কৰা বঙ্গৰ এজন সংস্কৃতিসেৱী হ'ল 'বহুৰূপী' নাট্যগোষ্ঠীৰ শ্রীশম্ভু মি… তেখেতৰ 'প্রসঙ্গ ঃ নাট্য' [1] নামৰ প্রবন্ধ সংকলনখনৰ লগত নানান কাৰণত অসমী… সংস্কৃতিসেৱী শিল্পী সাহিত্যিকসকল পৰিচিত হোৱাটো প্রয়োজনীয়।

নাট্য-সংস্কৃতিৰ লগত জড়িত বিভিন্ন বিষয়ৰ প্রসঙ্গত উচ্চ পর্যায়ৰ মঞ্চ-উপযো… নাট, কলাসম্মত সু অভিনয়, মঞ্চ সজ্জা, নাট্যকাৰ, অভিনেতা আৰু দর্শকৰ মা… প্রয়োজনীয় সম্পর্ক ইত্যাদি বিষয় প্রসঙ্গত নিজৰ সুচিন্তিত অভিমত দাঙি ধৰ… উপৰিও আধুনিক বঙ্গীয় নাট্য-সংস্কৃতিৰ অগ্রগতিৰ পথত অন্তৰায়ৰ সৃষ্টি কৰা বি… সমস্যাবোৰৰ বিশ্লেষণ শম্ভু মিত্রই এই কিতাপখনত থকা প্রবন্ধসমূহত আগবঢ়াইছে… লক্ষণীয় যে আধুনিক অসমীয়া নাট্য সাহিত্যতকৈ সমৃদ্ধতৰ আধুনিক বাংলা না… সাহিত্যৰ দৈন্যাৱস্থাৰ বাবে এক গভীৰ দুঃখবোধেই এই প্রবন্ধ সংকলনটোৰ এক… প্রবন্ধ সংকলনখনৰ প্রস্তাৱনাতেই এটি আক্ষেপ প্রকাশ পাইছে ঃ "সং নাট্যের… এখনো কোনো নিজস্ব গৃহ নেই বাঙলাদেশে, যেখানে আমরা রসিকদের আম…

১। 'প্রসঙ্গ ঃ নাট্য'—শম্ভু মিত্র। প্রকাশক ঃ সংস্কৃত পুস্তক ভাণ্ডাৰ, ৩৮ বিধান সৰণী, কলিকতা ৬, দাম ১২.০০ টকা।

স্বতঃস্ফূর্ত এবং অনিবার্য, তার জন্যে কোনো হিতোপদেশের প্রয়োজন হবে না। বলা বাহুল্য, এই কাজটি কোনো সরকারী দপ্তরের দ্বারা সাধিত হতে পারে না, প্রত্যেক প্রদেশের মধ্যে সহজভাবেই সৃষ্টির উদ্যম জেগে ওঠা চাই।"

অসমীয়া ভাষাৰ মাধ্যমত 'সৃষ্টিশীল, আধুনিক ও বিশ্বচেতন সাহিত্য' সৃষ্টি কৰাৰ বাবে অসমীয়া সমাজত কোনো আকুলতা আজিও জাগ্রত নহ'ল! ক'ত সেই 'সৃষ্টিৰ উদ্যম'? অন্ধ জাতীয়তাবাদী উগ্ৰা লৈ বাহু বলেৰেই অসমীয়া ভাষা সাহিত্য-সংস্কৃতিক উদ্ধাৰ কৰিবলৈ ওলোৱা সকলে নাইবা ৰাজনৈতিক শ্লগান কিছুমানকে চিঞৰি থকা অসমীয়াসকলে এই প্রয়োজনবোৰৰ কথা চিন্তা কৰি চোৱাৰ কোনো প্রমাণ পৰিলক্ষিত হোৱা নাই।

এই প্রয়োজনবোৰৰ কথা অসমীয়া সমাজখনত সোঁৱৰাই দিব পৰা বিদেশী চিন্তাবিদসকলৰ লগতে এমুঠি বঙ্গীয় শিল্পী-সাহিত্যিকো অসমীয়া সমাজত আজি বিশেষ শ্রদ্ধাৰ পাত্র হোৱাটো বাঞ্ছনীয়। কাৰণ, প্রকৃত সভ্যসমাজত ৰাজনীতি তথা জনসাধাৰণৰ অর্থনৈতিক উন্নতিসাধনৰ প্রয়োজনবোৰৰ উপৰিও যে এটা উচ্চ পর্যায়ৰ সাংস্কৃতিক ঐতিহ্যৰো প্রয়োজন আছে, সেই কথাটো অসমীয়া সমাজত বিস্তৃত হবলৈ ধৰিছে। বঙ্গীয় সমাজখনত মঞ্চৰ ক্ষেত্রত উন্নত ৰুচি, উচ্চমান আৰু বিশ্বচেতন আধুনিকতা প্রতিষ্ঠা কৰা, ৰবীন্দ্রনাথৰ নাট্যকীর্তিক সার্থক ৰূপত বঙ্গীয় মঞ্চত প্রতিষ্ঠা কৰা বঙ্গৰ এজন সংস্কৃতিসেৱী হ'ল 'বহুৰূপী' নাট্যগোষ্ঠীৰ শ্রীশম্ভু মিত্ৰ। তেখেতৰ 'প্রসঙ্গ ঃ নাট্য' ১ নামৰ প্রবন্ধ সংকলনখনৰ লগত নানান কাৰণত অসমীয়া সংস্কৃতিসেৱী শিল্পী সাহিত্যিকসকল পৰিচিত হোৱাটো প্রয়োজনীয়।

নাট্য-সংস্কৃতিৰ লগত জড়িত বিভিন্ন বিষয়ৰ প্রসঙ্গত উচ্চ পর্যায়ৰ মঞ্চ-উপযোগী নাট, কলাসন্মত সু অভিনয়, মঞ্চ সজ্জা, নাট্যকাৰ, অভিনেতা আৰু দর্শকৰ মাজৰ প্রয়োজনীয় সম্পর্ক ইত্যাদি বিষয় প্রসঙ্গত নিজৰ সুচিন্তিত অভিমত দাঙি ধৰাৰ উপৰিও আধুনিক বঙ্গীয় নাট্য-সংস্কৃতিৰ অগ্রগতিৰ পথত অন্তৰায়ৰ সৃষ্টি কৰা বিভিন্ন সমস্যাবোৰৰ বিশ্লেষণ শম্ভু মিত্ৰই এই কিতাপখনত থকা প্রবন্ধসমূহত আগবঢ়াইছে। লক্ষণীয় যে আধুনিক অসমীয়া নাট্য সাহিত্যতকৈ সমৃদ্ধতৰ আধুনিক বাংলা নাট্য সাহিত্যৰ দৈন্যাৱস্থাৰ বাবে এক গভীৰ দুঃখবোধেই এই প্রবন্ধ সংকলনটোৰ ঐক্যসূত্র। প্রবন্ধ সংকলনখনৰ প্রস্তাৱনাতেই এটি আক্ষেপ প্রকাশ পাইছে ঃ "সৎ নাট্যেরতো এখনো কোনো নিজস্ব গৃহ নেই বাঙলাদেশে, যেখানে আমরা রসিকদের আমন্ত্রণ

১। 'প্রসঙ্গ ঃ নাট্য'—শম্ভু মিত্র॥ প্রকাশক ঃ সংস্কৃত পুস্তক ভাণ্ডার, ৩৮ বিধান সৰণী, কলিকতা ৬, দাম ১২·০০ টকা।

কৰতে পাৰি।" (পৃঃ ১)। ইয়াৰ লগতে আন এটা কথাও জড়িত হৈ আছে ঃ "বাঙলা দেশের সাহিত্যের সকল বিভাগ সম্পর্কেই আমাদের পর্যাপ্ত গর্ববোধ আছে, একমাত্র নাট্য সাহিত্য ছাড়া।" (পৃঃ ৭)। নাটকৰ ক্ষেত্ৰত আধুনিক বঙালী সাহিত্যৰ এই দুৰ্বলতাৰ কাৰণটোও শ্ৰীমিত্ৰই দেখুৱাইছে ঃ "...অন্যান্য সাহিত্যিক সাহিত্য চর্চা করেছেন পপুল্যারিটির উদ্দেশ্যে নয়, সাহিত্য সৃষ্টির উদ্দেশ্যে। এবং সে সাহিত্যের মান সৃষ্টি হ'তো শিল্পবোধসম্পন্ন লোকের দাবিতে, জনসাধারণের হাততালিতে নয়। সে সব স্রষ্টার মনের পিছনে তাই জনগণ ছিলো না, ছিলো সাহিত্যের এক ধারাবাহিক মূল্যবিচার।" (পৃঃ ১০)। কেৱল জনতাৰ (এই প্ৰসঙ্গত এই 'জনতা'ৰ মাজত উচ্চবিত্ত, মধ্যবিত্ত, নিম্নবিত্ত সকলো শ্ৰেণীৰে লোক সোমায়,— এইটো অৰ্থনৈতিক বিচাৰৰ এটা শ্ৰেণী নহয়) হাততালিৰ ওপৰত নিৰ্ভৰ কৰিয়েই কলাৰ মূল্য বিচাৰ কৰিবলৈ যোৱাটো যে হাস্যকৰ সেই কথাটো দেখুৱাই শ্ৰীমিত্ৰই কৈছে যে সেইটোৱেই যদি কলাৰ প্ৰকৃত মূল্যাঙ্কনৰ মাপকাঠি হ'লহেঁতেন তেনেহ'লে বোম্বাইৰ নাগিন ছবি ভাৰতৰ শ্ৰেষ্ঠ শিল্প-কীৰ্তি হিচাপে বিবেচিত হ'লহেঁতেন। (লক্ষণীয় যে জনপ্ৰিয়তাৰ মাপকাঠিৰেই শিল্পী-সাহিত্যিকৰ মূল্য বিচাৰ কৰাৰ আদৰ্শটো অসমত বেছি পৰিমাণে শক্তিশালী।)

শতিকাজোৰা আধুনিক বঙালী নাট্য সাহিত্যৰ ঐতিহ্যটো জনপ্ৰিয়তাৰ আদৰ্শৰ পাশত পৰি কিদৰে বহুলাংশে বিপথগামী আৰু বন্ধ্যা হ'ল সেই কথাটোও শ্ৰীমিত্ৰই উল্লেখ কৰিছে ঃ "আমাদের দেশের নাট্যাভিনয়ের ইতিহাস দেখলে এই পপুল্যারিটির একটা প্রতিফল দেখতে পাওয়া যায়। প্রায় এক শতাব্দীকাল বাংলাদেশে মঞ্চ চলেছে। এবং বহু নাটক বহু রাত্রি অভিনীত হ'য়ে মুদ্রারূপ স্নেহলাভে ধন্য হয়েছে। কিন্তু আজও গৌরব করে বলবার মতো নাটক কটা জন্মালো! যাঁরা ছিলেন এর আদি স্রষ্টা তার মধ্যে কয়েকজন নিঃসন্দেহে সেই শক্তিধর ছিলেন। কিন্তু তার পরেই সেই গভীর কথা গভীর ক'রে বলবার লোক মারা গেলেন, আর মঞ্চও গভীর আনন্দ দেওয়ার ক্ষেত্র থেকে চমক দেওয়ার ক্ষেত্রে নেমে এলো।" (পৃঃ ৯০-৯১)।

জনপ্ৰিয়তাৰ আদৰ্শটোৰদ্বাৰা প্ৰলুব্ধ নোহোৱা বঙ্গৰ উজ্জ্বলতম প্ৰতিভা হ'ল ৰবীন্দ্ৰনাথ। বহুদিনলৈকে জনগণৰ মাজত ৰবীন্দ্ৰনাথৰ নাট্য সৃষ্টি সমূহ সমাদৃত হোৱা নাছিল আৰু এই কথা ৰবীন্দ্ৰনাথে নিজেও জানিছিল। ইয়াৰ কাৰণ হ'ল ৰবীন্দ্ৰনাথৰ নাটকত 'জীৱনৰ গভীৰতা আৰু জটিলতা বুজিবৰ বাবে যি প্ৰচেষ্টা' নিহিত তাক উপলব্ধি কৰাৰ ক্ষমতা বঙ্গীয় জনসাধাৰণৰ নাছিল। কাৰণ "স্বীকার করতেই হবে যে আমাদের নাটকের ঐতিহ্যের মধ্যে বুদ্ধির ভাগ কম, হাল্কা

হৃদয়াবেগ বেছি। ফলে ৰবীন্দ্রনাথের নাটক আমাদের জাতীয় মঞ্চে অঙ্গীভূত হয় নি।" (পৃঃ ১৩৪)।

ৰবীন্দ্ৰনাথে বঙ্গীয় নাট্য সংস্কৃতিকো বিশেষভাৱে সমৃদ্ধ কৰি গৈছে যদিও নাট্যশিল্পৰ অনুকূল পৰিবেশ বঙ্গীয় সমাজত এতিয়াও অনুপস্থিত। "কেবল নাট্যোপলব্ধির ক্ষেত্রেই যে এই দর্শনক্ষমতাটা প্রয়োজনীয় তা নয়, অনেক শিল্পের ক্ষেত্রেই এটা আবশ্যিক। চর্চা ছাড়া শিল্পসম্ভোগ সম্ভব নয়।" (পৃঃ ৭১) সাধাৰণৰ মনত সঘনে বিস্মৃত হোৱা কলা-সম্পৰ্কীয় এই মৌলিক কথাটো গৌৰৱ দিয়াৰ লগতে সমাজত ৰসগ্ৰাহী বুদ্ধিদীপ্ত মানসিকতাৰ অভাৱে কেনেকৈ সং শিল্পী সকলৰ আশা ভঙ্গ কৰে আৰু শিল্প-সাধনাৰ ক্ষেত্ৰত প্ৰতিবন্ধক ৰূপে ঠিয় দিয়ে সেই বিষয়ে শ্ৰীমিত্ৰই কৈছে: "এই যে অজ্ঞানতা ও আত্মম্ভরিতা, এতে কার লোকসান হয়? যে-লোকেরা ভালো জিনিসের ভালোটা দেখতে পেলো না তাদের লোকসান তো হ'লোই, কিন্তু শিল্পী যদি দেখেন যে তাঁর চার পাশের মনগুলো এমনি আড়ষ্ট, এমনি সংবেদনহীন, তাহ'লে তাঁর পক্ষেই কি নিজের প্রতিভার সম্পূর্ণ বিকাশ ঘটানোর প্রয়াস পাওয়া সম্ভব? কাকে বলবার জন্যে তিনি কথা বলবেন, গান গাইবেন, বা ছবি আঁকবেন? এবং সে-ক্ষতি কি দেশের সংস্কৃতিরই নয়?" (পৃঃ ৭৩-৭৪)। এজন সং শিল্পীৰ অন্তৰৰ এই আৰ্তনাদধ্বনিৰ তাৎপৰ্য অসমীয়া সমাজেও উপলব্ধি কৰিবলৈ চেষ্টা কৰাটো উচিত হব। অসমীয়া সমাজৰ পৰিস্থিতিটো আৰু বেছি ভয়াবহ যদিও এই বিষয়ত কোনো সক্ৰিয় উদ্বিগ্নতাৰ পৰিচয় পোৱা নাযায়। যি সমাজত জনতা-দুৰ্লভ উচ্চ সংস্কৃতিৰ ঐতিহ্য এটা গঢ়ি হৈ নাথাকে সেই সমাজৰ জনসাধাৰণৰ মানসিক বিকাশৰ সম্ভাৱনাটোৱেই বিপৰ্যস্ত হয় এই মৌলিক কথাটো আমি মনত ৰখা উচিত।

সংস্কৃতিৰ প্ৰমূল্যসমূহৰ প্ৰতি উদাসীন, উচ্চ মানৱ কলা-সাহিত্যৰ প্ৰতি বিমুখ এটা মানসিকতাৰে (যিটো মানসিকতা অন্ততঃ মাৰ্ক্সৰ নাছিল) ৰাজনীতিক প্ৰভাৱ কৰা শক্তিবোৰেও যে কলা-সংস্কৃতিৰ মূল্যায়নৰ ক্ষেত্ৰত এটা অশুভ আৰু বিভ্ৰান্তিকৰ ভূমিকা গ্ৰহণ কৰে সেই কথাটোও শ্ৰীমিত্ৰই দেখুৱাইছে "এদিকে আবার দেশে দেশে জনগণের জয়ধ্বনির জোয়ার। জনসাধারণের রায়ই হ'লো সকল ক্ষেত্রে বিচার। ......সুতরাং সকল সংমনা শিল্পীও লোকপ্রিয় হওয়ার আগ্রহে ঊর্ধ্বশ্বাস। অথচ একদিকে শিল্পনিষ্ঠায় অতীতের মহান শিল্পীদের পদাঙ্ক অনুসরণ করবো, অপরদিকে লারে লাপ্পার মতো লোকপ্রিয় হবো, এ-আকাশকুসুম বাস্তবের মাটিতে ফুটছে না। আবার এতো সাহসও নেই যে মুখ ফুটে বলি জনসাধারণের রায় মানি না। তাহ'লে যে একঘরে হ'তে হ'বে।......এ ঘটনা আমাদের এই

দেশেই বহুবার ঘটেছে যে দলবিহীন মহত্তর শিল্পীকে তুচ্ছ ক'রে, অবজ্ঞা ক'রে, নিন্দা ক'রে, অনেক নিম্নস্তরের শিল্পীকে নিয়ে মাথায় ক'রে নাচা হয়েছে। যে কোনো স্মৃতিশক্তিবান লোকেরই এসব কাহিনী মনে পড়বে। রবীন্দ্রনাথ যে এরকম কতো গোষ্ঠীর শিকার ছিলেন তার তো ইয়ত্তা নেই। ম'রে গিয়েও রক্ষা পাননি। একদা শুনেছিলাম সুকান্ত নাকি ঐ-ক'টি কবিতা লিখেই তাঁকে বহুদূরে মেরে গেছে। মারুক। আমাদের দুঃখ এই যে, বেচারী সুকান্তও ম'রে গিয়ে এই অ-শ্লীলতার মধ্যে জড়িত হ'য়ে পড়েছিলো। কারণ সে নিজে খুব ভদ্র ছিলো।" (পৃঃ ৮৪-৮৫)।

কলা-সাহিত্যৰ নিজস্ব সমস্যা আৰু প্ৰয়োজনবোৰৰ প্ৰতি বিমুখ এক ৰাজনীতিৰ প্ৰভাৱত বঙ্গীয় কলা-সাহিত্যৰ জগতখনত সাৰ্থক সৃষ্টিৰ প্ৰেৰণা কিভাৱে অন্তৰ্হিত হৈ আহিছিল সেই বিষয়ে এজন নিষ্ঠাবান বঙালী সাহিত্য সমালোচকে ১৯৪৮ চনতে দুখ কৰি লিখিছিল—"Politics, at present, is playing havoc with our literature ; writers, even some of the quite reputable ones, seem divided into political camps ; and there is a brisk and dismal canvassing to recruit and be recruited. An appallingly large number of people has started thinking that it is no longer important that a work should be good ; all that matters to them is that it should conform to some particular brand of political ideology. Disastrous for young writers, this has adversely affected some of the elders too." [Buddhadeva Bose : 'An Acre of Green Grass.' p. 57 ]

ৰাজনীতিৰ প্ৰয়োজনটো স্বীকাৰ কৰিও কব পাৰি যে পয়া-লগা আধুনিক অসমীয়া সাহিত্যৰ ক্ষেত্ৰত এনে এটা অশুভ ট্ৰেণ্ডে কিমান ডাঙৰ ক্ষতি সাধন কৰিব পাৰে সেইটো সহজেই অনুমেয়। কলা-সাহিত্যৰ স্বকীয় মূল্য বুজিব নোৱাৰা এই ৰাজনৈতিক শক্তিবোৰৰ কাৰ্যকলাপৰ বিষয়ে শ্ৰীমিত্ৰইও লিখিছে "......ৰাজনীতিক নেতা নামধারী বহু ক্ষুদে পয়গম্বর আছেন বাজারে। তাঁরা ব'সে ব'সে এই নোংরামি উস্কিয়েছেন অনেকদিন, এখনও ওস্কাচ্ছেন। ঐতিহ্য সম্পর্কে বোধ বা শ্রদ্ধা ভেঙে তারা মানুষগুলোর আত্মসম্মানবোধ নষ্ট ক'রে দিয়েছে পাইকারীভাবে। অথচ ঐতিহ্যবিহীন শিল্প নেই। কতো হাজার বৎসর ধরে তিলে তিলে আমাদের সমাজ তার ভাষা তৈরী করেছে, তার পটুয়ার অঙ্কনরীতি ঠিক করেছে, তার গানের সুরে বৈশিষ্ট্য এনেছে। কতো বিবাদী-সম্বাদী ধারা এসে আজকের দিনের বাঙলা শিল্পের প্যাটার্ন তৈরী হয়েছে, তার ইমারৎ গ'ড়ে উঠেছে। সেইখানে ঢুকে

সমালোচনার নামে কেউ যদি ভিতে-ঘা মারতে থাকে তাহ'লে শিল্পবোধের মাপকাঠি গুলিয়ে যায়। গেছেও তা।" (পৃঃ ১৬)। কলাৰ স্বৰূপটোক উপলব্ধি নকৰি আৰু দলীয় স্বাৰ্থ সিদ্ধিৰ উদ্দেশ্যেই শিল্পকলাৰ পৃষ্ঠপোষকতা কৰিবলৈ বিচৰা ৰাজনৈতিক শক্তিবোৰৰ বিষয়ে শ্ৰীমিত্ৰই লিখিছে ঃ "এঁরা নিজ নিজ দলের প্রচার সুবিধার্থে কিছু কিছু শিল্পী সাহিত্যিককে পোষণ করতে ইচ্ছুক, কিন্তু তাতে কি শিল্পকলার পোষণ অপেক্ষা পেষণের সম্ভাবনাই অধিক নয় ?" (পৃঃ ২১)।

উচ্চ পৰ্যায়ৰ কলা-সাহিত্যৰ প্ৰয়োজনীয়তাৰ প্ৰতি বিমুখ এক উগ্ৰ ৰাজনৈতিক প্ৰতিবাদৰ ধৰ্মটো কলা-সাহিত্যক নিচক পণ্যদ্ৰব্য স্বৰূপ কৰি তুলি সমাজক সাংস্কৃতিক অধঃপতনৰ পথলৈ টানি নিয়া প্ৰতিক্ৰিয়াশীল ব্যবসায়বাদী শক্তিসমূহেও যে সহজে গ্ৰহণ কৰিব পাৰে—সেই কথাটো দেখুৱাই শ্ৰীমিত্ৰই লিখিছে ঃ "কোনো নাট্য গোষ্ঠী যদি দেখেন তাঁর তনু-মনু-ধন নির্ভর করছে রাজনৈতিক বা ব্যবসায়িক নেতার ওপরে, তাহলে তাঁকে সেই রাজনৈতিক বা ব্যবসায়িক অনুশাসনগুলো অনুসরণ করতেই হয়। হয় পলিটিক্যাল লেকচার, নয় সেক্স-অ্যাপীল। কোনো কোনো চালাক লোক দুটোই করেন।" (পৃঃ ৮৭-৮৮)। এই প্ৰসঙ্গতে শ্ৰীমিত্ৰই নিজৰ এটা অভিজ্ঞতাৰ কথা লিখিছে..."কয়েকদিন আগে একটি ব্যবসায়িক মঞ্চের এক কর্তা আমাকে একটি নূতন নাটক পড়ে শোনান। তাতে দেশে যে ন্যায় নীতি কিছু নেই, এবং সমাজের উপরের স্তরে যে কতো পাপ ঢুকেছে আর সাধারণ মানুষ যে কতো দুঃখী সে-সম্পর্কে বহু জ্বালাময়ী ভাষণ আছে। শুনে বড়ো কৌতুক অনুভব হ'লো। বললুম—এ-নাটক তো ভীষণ বামপন্থী নাটক মনে হচ্ছে। তিনি আহ্লাদিত হ'য়ে বললেন—আরো শুনুন, আরো আছে।

অর্থাৎ বামপন্থীর বেশে কড়া কড়া সমালোচনা করলেই যে একটা ব্যবসায়িক মুনাফার সুযোগ আছে এটা তাঁরা বুঝেছেন।" সোঁতত উটি যোৱা অসমীয়া বাতৰি কাকত আৰু আলোচনীবোৰেও এই আদৰ্শকে গ্ৰহণ কৰিছে। প্ৰকৃত সাংস্কৃতিক প্ৰমূল্যৰ প্ৰতিকূল প্ৰকৃতিৰ এক ব্যবসায়বাদেও যে অসমীয়া সাহিত্য-সংস্কৃতিক ইতিমধ্যে এটা নিকৃষ্ট পৰ্যায়লৈ নমাই নিছে সেই কথাটো এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি।

উচ্চ মানৰ শিল্প-সম্ভোগৰ বাবে প্ৰয়োজনীয় উন্নত ৰুচিবোধ আৰু বুদ্ধিদীপ্ত মানসিকতাৰ প্ৰতিকূলে ক্ৰিয়া কৰিবলৈ ধৰা ৰেডিঅ', চিনেমা, খবৰ কাগজ আদি জন-সংযোগৰ মাধ্যমসমূহৰ প্ৰসঙ্গত শ্ৰীমিত্ৰই লিখিছে ঃ "বিশেষ ক'রে যেগুলি জনসংযোগের মাধ্যম যেমন—রেডিও, সিনেমা, খবরের কাগজ, রাজনৈতিক সভা— এদের সকলের চরিত্র সংশোধনের প্রয়োজন। এরা যদি মৌল মানব নীতি, ভদ্রবী

লঙ্ঘণ করে, বুদ্ধি চালিত পথ এড়িয়ে কেবল হুজুগ জাগাবার চেষ্টা করে, জনসাধারণের নিম্নতম বৃত্তিগুলিকে উত্তেজিত করবার চেষ্টা করে···তাহ'লে সৎ শিল্পী ও সাহিত্যিকের পথ কঠিনতম হ'য়ে উঠে। এমনিতেই Art is a cruel mistress. তারও পরে প্রতিবেশী যদি সবাই 'হোলি হো, হোলি হো' ক'রে কাদা ও গোবরজল নিয়ে তাণ্ডব শুরু করে, তা'হলে গভীর কথা বলবার বা শুনতে পাবার সুযোগই থাকে না।

তাই নাট্য-সংস্কৃতি যাতে আমাদের দেশের গৌরবের বস্তু হয় তার জন্যে চেষ্টা করার দায়িত্ব অনেকের এবং অনেক প্রকারের। যদি আমরা জাতি হিসাবে সেই পরীক্ষায় উত্তীর্ণ হ'তে পারি তবেই বাঁচবো নইলে—কি জানি নইলে কি হবে!" (পৃঃ ১৩৯-১৪০)।

সমাজত কলা-সংস্কৃতিৰ গুণগত মান অক্ষুণ্ণ ৰখাৰ প্ৰতি এনে আন্তৰিক আকুলতা, সমাজৰ সাংস্কৃতিক প্ৰগতিৰ স্বাৰ্থত জনপ্ৰিয় চিঞৰ-বাখৰৰ প্ৰতিকূলে সঁচা কথা কোৱাৰ এনে সাহস সমসাময়িক অসমীয়া শিল্পী-সাহিত্যিক চিন্তাবিদসকলৰ অন্ততঃ এটা অংশৰ মাজত কেতিয়াবা আশা কৰিব পৰা যাব নে? সাহিত্য-সংস্কৃতিৰ প্ৰসঙ্গত এক বিভ্ৰান্তিজনক জনতাবাদৰ কথা নিজৰ খ্যাতি আৰু জনপ্ৰিয়তা বঢ়োৱাৰ বাবে আওৰাবলৈ ধৰা চতুৰ মধ্যবিত্ত লোক অসমত অৱশ্যে বহুত পোৱা যাব। কেৱল মননৰ ক্ষেত্ৰতেই নহয় চৰিত্ৰবলৰ ক্ষেত্ৰতো অসমীয়া কবি-শিল্পী-শিক্ষাবিদ সকল উচ্চ পৰ্যায়ৰ বঙ্গীয় কবি-সাহিত্যিকসকলতকৈ সাধাৰণতে দুখীয়া।

আধুনিক বঙ্গীয় সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত থকা প্ৰতিবন্ধকবোৰৰ প্ৰতি শ্ৰীমিত্ৰৰ দৰে প্ৰকৃত প্ৰগতিবাদী শিল্পী কিমান সচেতন? সিবোৰ আঁতৰ কৰি ৰবীন্দ্ৰনাথৰ ঐতিহ্যৰে চহকী এটা জাতিৰ সাংস্কৃতিক জীৱনৰ মান উন্নত কৰি ৰাখিবলৈ কেনেভাৱে আকুল প্ৰবন্ধ সংকলনখনত সেইটো পৰিষ্কাৰ কৈ ফুটি উঠিছে। আধুনিক বঙ্গীয় সংস্কৃতিতকৈ দুৰ্বলতৰ আধুনিক অসমীয়া সংস্কৃতিৰ জগতখনত যে সংস্কৃতিৰ নামত বহুত বেছি পৰিমাণৰ আৱৰ্জনাৰ দ'ম সৃষ্টি হৈছে সেই কথা জনাৰ পিছতো সেইবোৰ আঁতৰাই নতুন সৃষ্টিৰ কৰ্মপীঠ তৈয়াৰ কৰাৰ প্ৰয়োজন অসমীয়া শিল্পী-সাহিত্যিক-বুদ্ধিজীৱীসকলৰ বেছিভাগেই এতিয়ালৈকে অনুভৱ কৰা নাই। শম্ভু মিত্ৰৰ এই কিতাপখনে অসমীয়া শিক্ষিত সমাজক কিছু গুৰুত্বপূৰ্ণ চিন্তাৰ সমল যোগাব বুলি আশা কৰিব পাৰি।

শেষত, শ্ৰীমিত্ৰৰ কথাবোৰৰ প্ৰসঙ্গতে সাহিত্য-সংস্কৃতি সংস্পৰ্কীয় কেইটামান মৌলিক কথা উল্লেখ কৰিব পাৰি।

মানৱ-মনৰ বৈচিত্ৰ্য তথা উচ্চতা প্ৰকাশৰ মাধ্যম স্বৰূপ কলা-সাহিত্যক কেৱল

ৰাজনৈতিক-অৰ্থনৈতিক উদ্দেশ্যৰ সীমাৰ মাজতে আবদ্ধ কৰিবলৈ লোৱাটো কিদৰে সমাজৰ বাবে বিপজ্জনক, সেইদৰেই কলা-সাহিত্যক জনপ্ৰিয় বা জনতাসুলভ পৰ্যায়তে ৰাখিবলৈ লোৱাটোও বিপদজনক সমাজৰ বাবেই, জনতাৰ বাবেই। সমাজত এনে ধৰণৰ বহুত মানুহ আছে যিসকলৰ কিছু সংখ্যক সমাজত গণ্য-মান্য ভব্য-গব্য লোক, যিসকলৰ হাতত চৰকাৰী বা আনুষ্ঠানিক শক্তিও যথেষ্ট পৰিমাণে থাকে, যিসকলৰ কিছুমানৰ দীঘল দীঘল ডিগ্ৰী আছে, যিসকলৰ কিছুসংখ্যক বিলাত-ফেৰৎ, যিসকলৰ কিছুমানৰ মটৰগাড়ী আৰু দালানো আছে—কিন্তু ৰুচি, মনন আৰু ৰসজ্ঞানৰ ক্ষেত্ৰত এটা নিম্ন পৰ্যায়তহে যিসকলৰ স্থান। উচ্চ সংস্কৃতিৰ প্ৰতি এনে লোকৰ প্ৰকৃত আকুলতা নাই। আনহাতে, সমাজৰ বিপুল সংখ্যক নিৰক্ষৰ লোকৰ বাবে উচ্চ পৰ্যায়ৰ কলা-সাহিত্য কিয়, লিখিত সাহিত্যই সুগম নহয়। এই বিপুল সংখ্যক নিম্নবিত্ত নিৰক্ষৰ আৰু উচ্চবিত্ত-মধ্যবিত্ত উচ্চশিক্ষিত সাক্ষৰ লোকসকলেই সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত 'জনতা'। এই জনতাক সাংস্কৃতিক প্ৰগতিৰ পথলৈ নিবলৈও, সাংস্কৃতিক ভ্ৰষ্টতাৰপৰা ৰক্ষা কৰিবলৈও সমাজত উচ্চ সংস্কৃতিৰ শক্তিটো থাকিব লাগিব। সেয়ে, চেখভে কোৱাৰ দৰেই কব লাগিব ঃ 'You must not lower Gogal to the people but raise the people to the level of Gogal.' যদি কোনো সমাজত উচ্চ পৰ্যায়ৰ কলা-সাহিত্যৰ শক্তিটো নাথাকে তেতিয়াহলে সেই সমাজৰ সাংস্কৃতিক প্ৰগতি সম্ভৱ নহব। ব্ৰেখটৰ নাটকবোৰে যাৰ প্ৰচেষ্টাৰ যোগেদি পছিমত প্ৰচাৰ লাভ কৰিলে সেই Eric Bentley-ৰ ভাষাত 'Without the prior existence of standards of excellence, without the prior existence of minority culture no general development is possible.' উচ্চ পৰ্যায়ৰ কলা-সাহিত্য জনতাৰ বাবে সুগম নহব সঁচা, আৰু সেই বাবেই সমাজত জনতাই বা বিপুল সংখ্যক লোকে ঢুকি পোৱা পৰ্যায়ৰ এবিধ কলা-সাহিত্যৰো প্ৰয়োজন আছে ; কিন্তু সমাজত এই জনতামুখী কলা সাহিত্যৰ পটভূমিত যদি উচ্চ পৰ্যায়ৰ কলা সাহিত্যৰ শক্তিটো সক্ৰিয় হৈ নাথাকে তেতিয়াহলে জনতামুখী কলা-সাহিত্যই কলা-সাহিত্যৰ স্বকীয় চৰিত্ৰটো লাভ কৰিব নোৱাৰিব, আন কি সাংস্কৃতিক ভ্ৰষ্টতালৈ নামি যাব নাইবা ৰুচি আৰু মননৰ ক্ষেত্ৰত সমাজৰ ক্ষতি সাধন কৰিব পাৰে। অসমত আজি এই কাণ্ডটোৱেই ঘটিছে। বেণ্টলিৰ আন এটা কথাও এই সূত্ৰতে স্মৰণযোগ্য ঃ 'a people's theatre will be a fraud if it is not guided by taste and intelligence.' মঞ্চৰ ক্ষেত্ৰত বেণ্টলিয়ে যিষাৰ কথা কৈছে কলা-সাহিত্যৰ ক্ষেত্ৰত সামূহিকভাৱেই সেইষাৰ কথা কব পাৰি ; 'While the Little Theatre aims at maintaining the highest standards,

the People's Theatre aims at the raising of low standards in a manner that is pleasant, unpatronizing and unobtrusive.'

উচ্চ পৰ্যায়ৰ কলা-সাহিত্যৰ দৰেই এনে জনতামুখী কলা-সাহিত্যও ব্যৱসায়বাদী জনতাবাদৰ বিৰুদ্ধে ক্ৰিয়াশীল হ'ব লাগিব ; কিন্তু এনে জনতামুখী কলা-সাহিত্যৰ পটভূমিত উচ্চ পৰ্যায়ৰ কলা-সাহিত্যৰ ঐতিহ্য এটা সমাজত সক্ৰিয় হৈ নাথাকিলে জনতাক সংস্কৃতিৰ ক্ষেত্ৰত উচ্চ পৰ্যায়লৈ তুলি নিয়াৰ সমাজত এটা শক্তি সুলভ হ'ব নে? জ্যোতিপ্ৰসাদে কোৱাৰ দৰে সংস্কৃতিৰ ত্ৰিভুজটোক ওখও কৰিব লাগিব।

অসমীয়া সমাজৰ অসমীয়া জনতাৰ কল্যাণ কামনা কৰা চিন্তাশীল ব্যক্তিমাত্ৰেই আজি এই কথাবোৰ গভীৰভাৱে চিন্তা কৰিব লাগিব। বঙ্গীয় সমাজত উচ্চ সংস্কৃতিৰ মঞ্চত সোঁ সিদিনাখনলৈ জ্বলি থকা প্ৰতিভাৰ উজ্জ্বল চাকিবোৰ আজি যি সময়ত এটা এটাকৈ নুমাই আহিছে সেই সময়ত অসমীয়া সমাজে উচ্চ সংস্কৃতিৰ আদৰ্শৰ অভাৱত সংস্কৃতিৰ ক্ষেত্ৰত ঘোৰতৰ তমসালৈয়ে গতি কৰিব—যদিহে এই ক্ষেত্ৰত অসমীয়া সমাজৰ কুম্ভকৰ্ণ-নিদ্ৰা এতিয়াই ভঙ্গ নহয়—যদিহে অসমীয়া সমাজে এই ক্ষেত্ৰত এতিয়াই সংজ্ঞা লাভ নকৰে।

# নব্য-নিৰক্ষৰতাৰ কবলত সাহিত্য-সংস্কৃতি ঃ বঙ্গত অন্ধকাৰ আৰু অসমত তমসা

অনুৰাধা চৌধুৰী

শিক্ষাৰ প্ৰসাৰৰ ভেটিতে সৃষ্টি হোৱা এক নব্য-নিৰক্ষৰতাই আধুনিক অসমীয়া সাহিত্য-সংস্কৃতিতকৈ অধিক সমৃদ্ধিশালী আধুনিক বঙ্গীয় সাহিত্য-সংস্কৃতিকেই আজি কিভাৱে বিপৰ্যস্ত কৰিবলৈ ধৰিছে, সেই কথাটো লক্ষ্য কৰি অসমীয়া শিল্পী-সাহিত্যিক-শিক্ষাবিদ-সাংবাদিকসকল সতৰ্ক হোৱাৰ সময় হ'ল !

ৰবীন্দ্ৰনাথ, অতুলপ্ৰসাদ আদিৰ পিছত নব্য-নিৰক্ষৰতাৰ কবলত পৰি বঙ্গীয় সমাজত আজি সঙ্গীতৰ কি দশা হ'ল ? সঙ্গীতৰ প্ৰকৃত স্বৰূপ উপলব্ধি কৰিব পৰা এজন চিন্তাশীল বঙ্গীয় লেখকে ১৯৬৭ চনত লিখা এই কথাখিনি পঢ়ক ঃ "...এই প্ৰমোদ, তাৰল্য অসাৰত্ব ইত্যাদি আধুনিক বাংলা গানের এমন আন্তরিক ব্যবস্থা, এই লঘুত্ব ও ক্লৈবগামিতা আধুনিক গানের এত সাংসিদ্ধিক যে কোনো প্রকারেই একে শিল্পের মর্যাদা দেওয়া অসম্ভব।" ( পদ্মনাভ দাসগুপ্ত, "বাংলা গানে আধুনিকতা"; 'সাহিত্যপত্র', শারদীয় সংকলন, ১৩৭৪ )। জ্যোতিপ্ৰসাদৰ পিছত অসমীয়া গানো এই নব্য-নিৰক্ষৰতাৰ কবলতেই পৰা নাই নে ? আধুনিক অসমীয়া গানবোৰ ভাষা, সুৰ আদি সকলো ফালৰপৰাই এই আধুনিক বঙালী গানবোৰতকৈও নিম্ন খাপৰ নহয় নে ?

কিয় আজি গুৱাহাটী ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰবোৰৰ অনুষ্ঠানবোৰতো নব্য-নিৰক্ষৰতাৰে প্ৰচণ্ড প্ৰতাপ ?

আধুনিক বঙ্গীয় কথাসাহিত্যৰ মূল্যবান ঐতিহ্যটো নব্য-নিৰক্ষতাৰ কবলত পৰি আজি কিভাৱে বিপন্ন, সেই কথাটো সাম্প্ৰতিক কালৰ এজন বিশেষ প্ৰতিভাবান বঙালী কথাসাহিত্যিক অসীম ৰায়ে লিখা এটা প্ৰবন্ধত পাব ঃ

একই সঙ্গে ভাল ও মন্দ, বাজারী ও মহতের সহবস্থান শুধু নয়, যা ভাল তাকে ক্রমশ কোনঠাসা করে, তাকে নিস্তব্ধ করে দেবার রেওয়াজ আজ বাংলা উপন্যাসের ক্ষেত্রে চালু হয়েছে। আর খবরের কাগজের মালিকদের এবং তাদের পৃষ্ঠপোষকদের পকেটেই যখন তলস্তয়, বালজাক, তখন তো আর এই নিরক্ষরতার গোড়ে গোড় দেওয়া ছাড়া সাহিত্যভাবনা বলতে কিছু নেই। বাংলা সাহিত্যে এই মূল্যবোধের ঘনায়মান নৈরাজ্য আর মশা-মাছির অত্যাচারের সমতুল্য নয়, এটা আমাদের ঐশ্বর্য হরণের ষড়যন্ত্র। এর বিরুদ্ধে মাথা তুলে দাড়াতে হবে। অন্তত এটা আজ স্পষ্ট ঃ আমাদের সাহিত্যিকদের কোন একজনেরও চিত্রকল্প যদি সামনে রাখতে হয়, তাহলে তাঁকে প্রবল ক্ষতি স্বীকার করেও এই বর্দ্ধিষ্ণু বেড়েমির মাথায় পা দিয়ে দাঁড়াতে হবে।"

সুধীন্দ্রনাথ, বিষ্ণু দে, জীবনানন্দ, বা অমিয় চক্রবর্তীর এ সমস্যা নয়, কারণ সুখের বিষয়, কবিতা এখনও পণ্য নয়। সেখানে অনেক চেষ্টা করেও সাহিত্যিক ফোড়েরা কিছু করতে পারেন নি। কিন্তু উপন্যাস এদের করাল কব্জায়।" (অসীম রায়, "সাহিত্যের দুর্যোগ", 'সাহিত্যপত্র', শারদীয় সংকলন, ১৩৭৪ পৃঃ ১১৮)।

আব্দুল মালিক, পদ্ম বৰকটকী আদি আৰু তেওঁলোকৰ উত্তৰসাধক অসমীয়া 'প্ৰগতিবাদী'সকলে (?) আধুনিক অসমীয়া কথাসাহিত্যক নব্য-নিৰক্ষৰতাৰ কবললৈ কিভাৱে টানি নিছে, সেই কথাটো অসমীয়া পাঠকবৰ্গই চিন্তা কৰি চাইছে নে ?

সাহিত্য-সংস্কৃতিক তললৈ নমাই নিয়া, বিপৰ্যস্ত কৰা নব্য-নিৰক্ষতাৰ বাহক স্বৰূপ সংবাদপত্ৰবোৰে আধুনিক বঙ্গীয় সাহিত্যৰ কি ক্ষতি সাধন কৰিছে, তাৰ কথা এজন আধুনিক বঙ্গীয় চিন্তাবিদ অশোক মিত্ৰৰপৰা শুনক ঃ

"সংবাদপত্রের প্রসাদ কুড়িয়ে যেখানে সাহিত্যচর্চা, আদর্শের বালাই সেখানে থাকবার নয়। সৃষ্টির শ্রেষ্ঠত্ব এই অবস্থায় অপ্রাসঙ্গিক। যা-ই লেখা হোক না কেন, খবর কাগজের ভেল্কিবাজিতে তা-ই অবলীলাক্রমে হাটে বিকোবে।

কল্পনাশক্তি, পরিশ্রম, নিষ্ঠা, অধ্যবসায়, এ সমস্ত বৃত্তিই অপ্রয়োজনীয়। বরং লেখায় যেন কোন গম্ভীর স্বর না আসে, কোনো চিন্তার পীড়ন যেন রচনাকে দীর্ণ না করে; অলঘুপ্রবণতা খবরকাগজের মালিকদের পছন্দ হবার নয়। রচনায় যেন চতুলতা থাকে, দিনের খবরের মতো তা যত টুনকো হয় তত ভালো; যত সস্তা যার আবেগ, তার তত বেশী তারিফ পাবার সম্ভাবনা।" (শ্রীঅশোক মিত্র, 'চতুরঙ্গ', মাঘ-চৈত্র, ১৩৭৩)

এনে পৰিস্থিতিত সোঁতত উটি যোৱা অসমীয়া সমাজত আজি বাতৰি কাকত, আলোচনী, ৰেডিঅ', কথাছবি, শিক্ষানুষ্ঠান, শিক্ষক-সন্মিলন, সাহিত্য-সমিতি, চৰকাৰী আৰু চৰকাৰ-বিৰোধী সাহিত্যিক অনুষ্ঠান—সকলোতেই নব্য-নিৰক্ষৰতাৰে জয়গান।

সমাজত মনন আৰু ৰুচিক বিপর্যস্ত কৰা, সমাজক সাংস্কৃতি অধঃপতনৰ পথলৈ লৈ যোৱা, সমাজৰ সাংস্কৃতিক প্ৰগতিৰ পথত বাধাৰ সৃষ্টি কৰা নব্য-নিৰক্ষৰতাই আজি দুৰ্বল অসমীয়া সমাজখনক কিভাৱে গিলি পেলাবলৈ ধৰিছে, সেই কথাটো অসমৰ সাহিত্যিক-চিন্তাবিদসকলে চিন্তা কৰি চাইছে নে? এই নব্য-নিৰক্ষৰতাক অসমত এহাতে এক অশুভ ব্যৱসায়বাদে আৰু আনহাতে উচ্চ সংস্কৃতিৰ প্ৰতি বিমুখ এক 'জনতাবাদী' (?) ৰাজনৈতিক আদৰ্শই (যি দুটা আদৰ্শৰ লগত বহু সময়ত একেখিনি অসমীয়া মানুহেই জড়িত) শক্তিশালী কৰি তুলিছে।

এনে পৰিস্থিতিত আজি অসমীয়া সমাজত সাহিত্য-সংস্কৃতিক, মননশীলতাক ৰুচিক ৰক্ষা কৰিবৰ বাবে, অসমীয়া সমাজৰ মনটোক সাংস্কৃতিক ৰুগ্নতাৰপৰা ৰক্ষা কৰিবৰ বাবে জ্যোতিপ্ৰসাদৰ আদৰ্শেৰে অনুপ্ৰাণিত হ'ব পৰা এদল কবি-সাহিত্যিক শিক্ষাবিদ-সাংবাদিক যদি নোলায়, তেতিয়াহলে অসমীয়া সমাজখনৰ কি হ'ব?

# আধুনিক অসমীয়া কবিতাৰ প্ৰসঙ্গত আদৰ্শৰ সন্ধান

ললিতকুমাৰ বৰুৱা

অসমীয়া সংস্কৃতিৰ বৰ্তমান ৰূপটো কোনো সমৃদ্ধ ভৱিষ্যতৰ বাহক হ'ব পৰাকৈ সৎ প্ৰয়াস বা যথাৰ্থ সৃষ্টিশীল চেতনাৰ ওপৰত প্ৰতিষ্ঠিত নহয়। অসমীয়া সমাজত এক সাৰ্থক আধুনিক সংস্কৃতিৰ বিকাশ হোৱাৰ আগতেই তাৰ অধঃপতনৰ গতিটোহে কোবাল হ'ল। সাংস্কৃতিক উদ্যম আৰু সাধনাৰ সাক্ষৰ বহন কৰা যথাৰ্থ সাংস্কৃতিক মানসিকতাও অসমত এতিয়া প্ৰায় দুৰ্লভ হৈ পৰিল। এনে পৰিস্থিতিত ক্ৰমান্বয়ে সবল হোৱা কুশিক্ষা আৰু ব্যৱসায়িক স্বাৰ্থই অসমত সাংস্কৃতিক বিকাশৰ অনুকূল পৰিবেশ যে সমূলি নোহোৱা কৰিবগৈ ই ধুৰুপ।

অৱশ্যে কিছুমান প্ৰকৃতিৰ লোক এই কথাত পতিয়ন নাযাব ; বৰঞ্চ এনে সিদ্ধান্তৰ বিৰুদ্ধে প্ৰয়োজন হলে জাতি বা জনতাৰ নামত তেওঁলোকৰ ৰুচিহীন যুক্তিহীন উষ্মাৰ অস্ত্ৰপাত প্ৰয়োগ কৰিহে তেওঁলোক ক্ষান্ত হ'ব। সেয়ে সাম্প্ৰতিক কালৰ অসমীয়া সংস্কৃতিৰ আবেগিক জলপ্ৰপাতটোৰ বিৰুদ্ধে সুৰুচি বা সুবিবেচনাৰ সপক্ষে মাত্ মতাটোও এটা দুঃসাহসিক কাৰ্য। বিশেষকৈ যেতিয়া আজি বহুত আধুনিক অসমীয়া সাহিত্যিকেও সংস্কৃতিৰ ক্ষেত্ৰত নীতিবোধ, সততা আদি হেৰুৱাই এটা অশুভ পৰিস্থিতিৰ সৃষ্টিতে সহায় কৰিছে। বিকাশশীল বৌদ্ধিক চিন্তা আৰু সচেতন সৃজনশীলতাৰ আদৰ্শ যি সমাজত জীয়াই থাকে, সেই সমাজত এনে এটা পৰিস্থিতি দেখা নাযায়। কিন্তু বৰ্তমান অসমৰ সাংস্কৃতিক জীৱনত এনে এটা পৰিস্থিতি প্ৰায় নিৰ্বিবাদেই গৃহীত হ'বলৈ ধৰিছে। অসমীয়া সমাজত সংস্কৃতিৰ অধোগামিতাৰ কাৰণবোৰ বিশ্লেষণ কৰিবলৈ গলেও খেলিমেলি সৃষ্টি কৰি সুবিধা লাভ কৰাত সদা-উদ্যোগী বহুত আধুনিক অসমীয়া সংস্কৃতিসেৱীৰ আচল ৰূপটোকে-

উদঙাই দেখুৱাব লাগিব। অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ মাজত মূল্যবোধৰ এক সামগ্ৰিক বিধৰ ভাঙোনৰ এই কালছোৱাতো আজি যদি সংস্কৃতিসেৱী বুলি পৰিচয় দিয়া লোকসকলৰ এটা বুজন অংশই অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰতি প্ৰকৃত দায়িত্ব-বোধ দেখুৱালেহেঁতেন, সাহিত্য সঙ্গীত আদিৰ ক্ষেত্ৰত চলি থকা কুপ্ৰভাৱবোৰে সিমান ক্ষতি সাধন কৰিব নোৱাৰিলেহেঁতেন।

অসমীয়া মধ্যবিত্তৰ জীৱনযাত্ৰা লক্ষ্য কৰিলে দেখা যাব যে সংস্কৃতিৰ নিভাজ সমলবোৰ তাৰপৰা দ্ৰুতভাৱেই নোহোৱা হৈ গৈছে, আৰু সিবোৰৰ ঠাই লৈছে এক দায়িত্ববোধবৰ্জিত আৰু বজৰুৱা মানসিকতাই—যাৰ প্ৰভাৱে অসমীয়া মধ্যবিত্তৰ জীৱনযাত্ৰাকে প্ৰকৃত সংস্কৃতিবান মানুহৰ দায়িত্বশীলতা, ভাৱ-ভাষাৰ পৰিচ্ছন্নতা আৰু চিন্তাৰ উৎকৰ্ষ সাধনৰ লগত থকা সম্পৰ্কটোৰপৰা আঁতৰলৈ লৈ গৈছে। সাম্প্ৰতিক কালৰ অসমীয়া মধ্যবিত্তৰ সাংস্কৃতিক চোতালত অসমীয়া লোক-সংস্কৃতিকো বজৰুৱা কৰা ঢোল-তাল-পেঁপাৰ আবৰ্তৰীয়া আৱাজবোৰে আজি অসমীয়াৰ আধুনিক সংস্কৃতিৰ দৈন্যৰ কথাটোও ঘোষণা কৰিছে, আৰু ব্যৱসায়ী স্বাৰ্থই বজৰুৱাভাৱে পৰিবেশন কৰা নিকৃষ্ট ৰুচি আৰু আসুৰিক সুৰৰ অসমীয়া 'কাৱালী' শুনি তথাকথিত সংস্কৃতিবান অসমীয়াৰ মনবোৰো আনন্দত সৰব হৈ উঠা দেখা গৈছে। সাৰ্থক সঙ্গীতৰ প্ৰভাৱে জীৱনকে এক অপূৰ্ব ৰসেৰে জীপাল কৰি তোলে। জ্যোতিপ্ৰসাদৰ সঙ্গীতেও অসমীয়াৰ জীৱনলৈ তেনে এটা ৰসৰ নিজৰা লৈ আনিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ জ্যোতিপ্ৰসাদৰ মূল্যবান অৱদানেও অসমীয়াৰ মন যথাৰ্থ সাঙ্গীতিক চেতনা আৰু সৃজনশীলতাৰ আদৰ্শলৈ আগবঢ়াই নিব নোৱাৰিলে। বৰং বৰ্তমান এই ক্ষেত্ৰত প্ৰয়োজনীয় নিষ্ঠা আৰু সততাৰ এনে অভাৱ যে জ্যোতিপ্ৰসাদৰ দৰে এজন সৎ শিল্পীৰ নাম লৈয়ে কিছুমান মানুহে অত্যন্ত স্থূল আৰু নিকৃষ্ট ৰুচিৰ গীত-মাতেৰে এক লাভজনক জনতাবাদৰ আদৰ্শ দেখুৱাই অসমীয়া সমাজত সৎ সাংস্কৃতিক সাধনাৰ পথটোকে লুপ্ত কৰিবলৈ উঠি পৰি লাগিছে। অসমীয়া মধ্যবিত্তৰ ৰুগ্ন জীৱনবোধ আৰু নিকৃষ্ট ৰুচিৰ বাবেই তেনে গীতমাতৰ জনপ্ৰিয়তা আৰু ব্যৱসায়িক সাফল্য কলাগত উৎকৰ্ষৰ প্ৰমাণ বুলিয়ে অসমত গৃহীত হৈছে। সাহিত্যৰ ক্ষেত্ৰতো তলখাপৰ সৃষ্টিয়েই প্ৰসাৰৰ উপৰিও আজি গুৰুত্ব লাভ কৰিছে। সাংস্কৃতিক-নৈতিক দায়িত্বহীন আৰু নিকৃষ্ট ৰুচিৰ গায়ক, কথাছবিৰ পৰিচালক, কবি-সাহিত্যিক আৰু তেনে মানসিকতাৰ পাঠক-দৰ্শক-শ্ৰোতাসকলৰ বাবে এনে পৰিস্থিতি অত্যন্ত সুবিধাজনক ; কিয়নো এনে নৈৰাজ্যৰ মাজতহে সমাজৰ ৰুচি আৰু মনন ধ্বংস কৰা তেওঁলোকৰ মানসিকতাৰ প্ৰকৃত চৰিত্ৰটো লুকাই থাকিব পাৰিব।

এনে এটা পৰিস্থিতিত আজি স্বাভাৱিকতেই আধুনিক অসমীয়া কবিতা আৰু তাৰ বিচাৰো এটা প্ৰহসনলৈ পৰিণত হবলৈ ধৰিছে। যি শক্তিটোৰ ভূমিকা আধুনিক বঙালী কবিতাৰ আন্দোলনটোত আৰম্ভণিৰেপৰা সক্ৰিয় হৈছিল, তাৰ লগত সাধাৰণতে আধুনিক অসমীয়া কবিতাৰ বিশেষ সম্পৰ্ক নাছিল ; আৰু ষাঠিৰ দশকৰ মাজভাগৰপৰা আধুনিক অসমীয়া কবিতাক সেই শক্তিটোৰ লগত সংযুক্ত কৰাৰ যি প্ৰচেষ্টা পৰিলক্ষিত হৈছিল সিও আজি ক্ৰমবৰ্ধমান নৈৰাজ্যৰ মাজত বিপন্ন। সেই কাৰণেই, আজি আধুনিক অসমীয়া কবিতাৰ প্ৰসঙ্গত এই কথাটো পোহৰলৈ অনাৰ প্ৰয়োজন হৈ পৰিছে ঃ কি শক্তিটোৰ জোৰত আধুনিক বঙালী কবিতা আধুনিক অসমীয়া কবিতাতকৈ উচ্চতৰ মৰ্যাদাৰ অধিকাৰী ? এই কথাটোৰ সম্যক উপলব্ধিৰ অবিহনে অসমীয়া সমাজৰ উদীয়মান জেনেৰেশ্যনটোৱেও আজিৰ নৈৰাজ্যৰ মাজত সাৰ্থক আধুনিক কাব্য-সাধনাৰ পথটোকেই চিনিব নোৱাৰিব।

সুধীন্দ্ৰনাথ দত্ত, জীবনানন্দ দাস, অমিয় চক্ৰবৰ্তী, বিষ্ণু দে আৰু বুদ্ধদেৱ বসু ঃ আধুনিক বঙালী কবিতাৰ এই পাঁচজন আটাইতকৈ গুৰুত্বপূৰ্ণ কবিয়ে ৰবীন্দ্ৰনাথৰপৰা উত্তৰাধিকাৰী হিচাপে কেৱল এটা সমৃদ্ধ ভাষাকেই গ্ৰহণ কৰা নাছিল। ৰবীন্দ্ৰনাথৰ সাহিত্য-সাধনা যি ধী-শক্তিজাত সংস্কৃতি-দৰ্শনৰদ্বাৰা অনুপ্ৰাণিত সেই আদৰ্শটোকো তেওঁ গ্ৰহণ কৰিছিল। এইখিনিতেই সাধাৰণতে আধুনিক অসমীয়া কবিসকল আৰু এই গুৰুত্বপূৰ্ণ আধুনিক বঙালী কবি কেইজনৰ মাজত এটা মৌলিক পাৰ্থক্য দেখা যায়। এই কথা তাৎপৰ্যপূৰ্ণ যে ৰবীন্দ্ৰনাথৰ এই উত্তৰসাধক কেইজনৰ প্ৰতিজনেই ৰবীন্দ্ৰনাথ আৰু এলিয়টৰ দৰেই সৃষ্টিধৰ্মী ৰচনাৰ লগে লগে সমালোচনাৰ ক্ষেত্ৰতো স্মৰণীয় অৱদান আগবঢ়াইছে। কাব্যৰ শ্ৰেষ্ঠতা যে সৃষ্টি-ক্ষমতাৰ লগতে গভীৰ মনীষাৰ ওপৰতো নিৰ্ভৰশীল, মননৰ চৰ্চা, গভীৰ চিন্তাভাবনা বা সমালোচনামূলক দৃষ্টিভঙ্গীও যে উৎকৃষ্ট সৃজনশীলতাৰ বাবে অপৰিহাৰ্য, এওঁলোকৰ সৃষ্টিৰ উৎকৰ্ষ সেই কথাৰে প্ৰত্যক্ষ প্ৰমাণ। সুধীন্দ্ৰনাথ দত্তৰ 'স্বগত', 'কুলায় ও কালপুৰুষ', জীবনানন্দ দাসৰ 'কবিতার কথা', অমিয় চক্ৰবৰ্তীৰ 'সাম্প্ৰতিক', বিষ্ণু দেৰ 'সাহিত্যের ভবিষ্যৎ' আদি প্ৰবন্ধ সংকলনসমূহে আৰু বুদ্ধদেৱ বসুৰ প্ৰবন্ধাবলীয়ে সাহিত্য বা কাব্য সম্পৰ্কে বিভিন্ন দৃষ্টিকোণৰ লগত জড়িত অথচ প্ৰকৃত ৰসজ্ঞসুলভ চিন্তাৰ যিটো ঐতিহ্য বহন কৰিছে তাৰ লগত আধুনিক বঙালী কবিতাৰ মহিমমণ্ডিত ৰূপটো অঙ্গাঙ্গীভাৱে জড়িত।

সৃষ্টি আৰু সমালোচনাৰ ক্ষেত্ৰত ৰবীন্দ্ৰনাথৰ উত্তৰসুৰী আধুনিক বঙালী কবিসকলৰ ভিতৰত প্ৰথমেই সুধীন্দ্ৰনাথ দত্তৰ নাম স্মৰণীয়। তেওঁৰ সম্পাদনাত ওলোৱা 'পৰিচয়' নামৰ আলোচনীখনতে সৰ্বসাধাৰণ বঙালীৰ উচ্ছ্বাস আৰু

ভাবালুতাৰ বিপৰীতে প্রমথ চৌধুৰীৰ 'সবুজপত্র'ৰ পিছত আধুনিক মনন আৰু সৃজনশীলতাৰ এক নতুন দিগন্ত প্রথমে উদ্ভাসিত হয়, আৰু এক কঠোৰ সাধনা, চিন্তাচৰ্চাৰ এটা আদর্শবো প্রতিষ্ঠা হয়। যথার্থ আধুনিক কবিৰ সজাগ চৈতন্য যি ঐতিহ্যবোধৰ লগতো জড়িত তাৰ পৰিচয় পোৱা যায় ৰবীন্দ্রনাথৰ প্রসঙ্গত সুধীন্দ্রনাথে লিখা কথাবোৰত। আধুনিক বঙালী কবিতাৰ ৰবীন্দ্রোত্তৰ পর্যায়টোৰ এই প্রবক্তাজনে এনে ঐতিহ্যবোধৰ সূত্রতেই লিখিছিল ঃ

"উপরন্তু রবীন্দ্রনাথ শুধু অগ্রনেতা হিসাবেই সাম্প্রতিকদের স্মরণীয় নন, বাংলার বর্তমান সংস্কৃতি যেমন একা তারই সৃষ্টি তেমনই আজ অবধি একা তিনিই সে সংস্কৃতির প্রামাণিক তথা পরিচালক। কারণ বাঙালীর ইদানীন্তন বিশ্ববীক্ষা যদিও তার স্বকপোলকল্পিত নয়—দেশ-বিদেশের আদর্শ-সঙ্করে গঠিত, তবু আজকালকার ধ্যানধারণা যে ভাষার মুখাপেক্ষী, তা রবীন্দ্রনাথেরই অন্যতম দান।" ('কুলায় ও কালপুরুষ', পৃঃ ৮)

আনহাতে, ৰবীন্দ্রনাথক অঙ্গীকৃত কৰি লৈও কি কাৰণে আধুনিক বঙালী কবিতা এটা নতুন পর্যায়ৰ লগত জড়িত সেই কথাটো সুধীন্দ্রনাথেই ভালদৰে দেখুৱাইছিল। আধুনিক কাব্যৰ স্বৰূপ সম্পর্কে তেওঁ যি ধাৰণা প্রকাশ কৰিছিল সিও আধুনিক জীৱনৰ মূল চৰিত্রৰ এক দার্শনিক-সুলভ উপলব্ধিৰ লগত জড়িত। সুধীন্দ্রনাথে একাধিক ঠাইত লিখিছিল যে আজিৰ যুগত কবিয়ে সচেতনভাৱেই ধী-শক্তিৰ সাধনা কৰিব লাগিব আৰু সাহিত্যৰ স্বৰূপ সম্পর্কে সমালোচক-সুলভ চেতনাও লাভ কৰিব লাগিব ঃ

"আসলে সাহিত্যের মূল সমস্যা আর দর্শনের সনাতন প্রশ্ন, এ-দুটিকে আপাতদৃষ্টিতে ভিন্ন ঠেকলেও, এদের পার্থক্য কেবল ভাষার, ভাবের নয়। শুধু কবি কেন, আমার বিশ্বাস ভাবুক মাত্রেই যে রহস্যের উদঘাটনে বদ্ধপরিকর, সে হচ্ছে ব্যক্তি ও সমাজের, ব্যষ্টি ও সমষ্টির, বিশেষ ও সাধারণের সম্পর্ক। যে সময়ে সমাজবন্ধন নিবিড়, যখন লোকোত্তর আদর্শের প্রতি মানুষের ভক্তি অচলা, ...যেমন ছিলো মধ্যযুগের য়ুরোপে—তখন কাব্যবিবেচনাকে গৌণ ক'রে মুখ্যত অনুকরণের সাহায্যেই কাব্যরচনা সম্ভব। কিন্তু যখন উপনিপাত বিশ্বব্যাপারের ছত্রপতি, যখন অতিজীরিত আদর্শকে আঁকড়ে থাকা মারাত্মক, —যেমন আমাদের যুগে—তখন স্রষ্টা ও সমালোচক প্রায় সমার্থবাচক।" ('স্বগত', পৃঃ ১৪৭)

যি সময়ত সাধনা-সংযমৰ প্রতি বিমুখ তৰল মানসিকতাৰ বঙালী সাহিত্যিক সকলহে অসমীয়াৰ আদর্শ হৈ পৰিছে, সেই সময়ত আজি সুধীন্দ্রনাথৰ আন এখন

কথাৰ তাৎপর্য উপলব্ধি কৰিব পাৰিলেও আমাৰ বহুত কবি সাহিত্যিক উপকৃত হব ঃ

"...রবীন্দ্রনাথের ন্যায় এত বড় লেখকের এত দিনকার সহযোগকে আমরা যথেষ্ট উপকারে লাগাতে পারিনি, তাঁর স্বাবলম্বনের দিকে না তাকিয়ে বাঙালী শুধু তাঁর স্বাচ্ছন্দ্যের অনুকরণে অসংখ্য শাদা কাগজ অজস্র কালির আঁচড়ে ভরেছে।" ('কুলায় ও কালপুরুষ', পৃঃ ৫৯)

সুধীন্দ্রনাথ সম্পাদিত 'পৰিচয়' আলোচনীখনৰে অন্যতম উজ্জ্বল তৰা হ'ল বিষ্ণু দে। সুধীন্দ্রনাথৰ ভাষাতে কব পাৰি যে বিষ্ণু দেৰ সৃষ্টি-প্রতিভা অসামান্য। এই কথাও স্বীকার্য যে সাহিত্য-সমালোচনাৰ ক্ষেত্ৰতো বিষ্ণু দেৰ মনীষা বিশেষধৰণে ফলপ্রসূ। সুধীন্দ্রনাথৰ দৰেই বিষ্ণু দেও ঐতিহ্য-সচেতন, আৰু ৰবীন্দ্রনাথে বঙালী সংস্কৃতিৰ যি ৰূপান্তৰ আনিছিল তাৰ মনোজ্ঞ উপলব্ধি বিষ্ণু দেৰ সাহিত্য-চিন্তাৰো বৈশিষ্ট্য ঃ

"প্রাদেশিকতা-দুষ্ট বাংলায় তিনি আনলেন বিশ্বের মানদণ্ড। রোমান্টিকের পরিবর্তন-অভীপ্সা, হৃদয়-বৃত্তির সূক্ষ্ম-সৌকুমার্য, পেলবতা তারই দান। বড়ো কথা, সৌন্দর্যতত্ত্বের প্রথম পরীক্ষাতেই প্রয়োজন যে নিচক সৌন্দর্যের চেতনা, সেও আমরা রবীন্দ্রনাথেই দেখেছি। ভিক্টোরীয় চরিত্রের বলিষ্ঠ সততা, কর্মের দায়িত্ববোধও বাংলা-সাহিত্যে রবীন্দ্রনাথের রচনা। ...তাছাড়া শুধু শ্রেষ্ঠ নন, তিনিই আমাদের সাহিত্যিক পেশার দায়িত্বের প্রথম ও চর উদাহরণ।" (বিষ্ণু দে ঃ 'সাহিত্যের ভবিষ্যৎ', পৃঃ ১৩-১৪)

দুর্ভাগ্যক্রমে সুধীন্দ্রনাথ, বিষ্ণু দে আদিয়ে ৰবীন্দ্রনাথৰপৰা গ্রহণ কৰা এই আদর্শবোৰৰ পৰিবৰ্তে ৰবীন্দ্রনাথৰ এক উপৰুৱা প্রভাৱেহে পঞ্চাছৰ দশকত আধুনিক অসমীয়া কবিসকলৰ দুজনমানক সাধাৰণতে স্পর্শ কৰিছিল! শিল্পৰ ঐতিহ্য সম্পৰ্কেও বিষ্ণু দেই গভীৰ অন্তর্দৃষ্টিৰ পৰিচয় দিছে ঃ

"টেকনিকের সাধনাই শিল্পীকে জিজ্ঞাসার সীমান্তে টেকনিকের উৎসে নিয়ে যেতে পারে। রচনার পদ্ধতি চৈতন্যমার্গ বা বিশ্বাসের বিরোধী একথা শুধু অতিবামপন্থীদের অপ্রাকৃত মনেই ওঠে। কারণ, বিজ্ঞান পদ্ধতির সত্যের মতো শিল্পপদ্ধতির উপার্জনও শ্রেণীহীন।" ('সাহিত্যর ভবিষ্যৎ,' পৃঃ ১০)

বিষ্ণু দেৰ চিন্তাধাৰা মাৰ্ক্সীয় তত্ত্বৰ মূল সূত্ৰবোৰৰ লগতো সম্পৰ্কযুক্ত; কিন্তু তাৰ ফলত তেওঁৰ ৰসবোধ বা কাব্যচিন্তা বিপর্যস্ত হোৱা দেখা নাযায়। এলিয়টৰ ধৰ্মীয় দৰ্শনক তেওঁ গ্রহণ কৰা নাই যদিও এলিয়টৰ কাব্যৰ মৰ্মভেদী আবেদন বিষ্ণু দেৰ ৰসজ্ঞ মনৰ প্রত্যক্ষ অভিজ্ঞতা। এলিয়টৰ কবিতাৰ প্রসঙ্গত বিষ্ণু দেৰ ৰসবোধসম্পন্ন এক মননশীলতাই প্রকাশ হৈছে ঃ

'এলিঅটের স্বকীয় প্রতিভার রসায়নে আমাদের সমাজের এই বিচ্ছিন্নতা

কাব্যরূপ পেয়েছে। তাই একালের কবিদের তাঁর কাছে ঋণস্বীকার করতে হয় বার বার। খণ্ড চৈতন্যের এমন একাগ্র উপলব্ধি ও এমন কাব্যসমৃদ্ধ রূপ এবং তার থেকে বর্ধমান নৈর্ব্যক্তিক দৃষ্টি কাব্যজগতে এলিয়টের দান। এ-দান ভুললে এলিঅটোত্তর কাব্যের মুক্তির উৎসও ভুলতে হয়।" ('সাহিত্যের ভবিষ্যৎ', পৃঃ ১১৬)

এনে বিচাৰৰ বাবে যি বৌদ্ধিক তীক্ষ্ণতা আৰু ৰসবোধৰ প্ৰযোজন হয় সেই গুণ দুটাৰ অভাৱত বিষ্ণু দেৰ কাব্যইও তাৰ পৰিণত ৰূপটো লাভ নকৰিলেহেঁতেন। যি সংবেদনশীলতাৰ অভাৱত বৈদগ্ধ্যও যান্ত্ৰিক আৰু নিষ্প্ৰাণ হব পাৰে আৰু কাব্যবিচাৰৰ ক্ষেত্ৰত বিভ্ৰান্তিজনকহে হব পাৰে—সেই সংবেদনশীলতা বিষ্ণুৰ ক্ষেত্ৰত সততে উপস্থিত। সুধীন্দ্ৰনাথ দত্ত আৰু বিষ্ণু দেৰ দৰে কবি সমালোচকৰ ৰচনাত—সি কাব্যই হওক, প্ৰবন্ধই হওক—এই দুই গুণৰ সাৰ্থক সমন্বয় দেখা যায়।

অৱশ্যে, মননধৰ্মিতা একাধিক ৰূপত সক্ৰিয় হব পাৰে। সুধীন্দ্ৰনাথ নাইবা বিষ্ণু দেৰ মানসিকতাতকৈ অধিক পৰিমাণে হাৰ্দিক চৰিত্ৰৰ অমিয় চক্ৰবৰ্তী নাইবা জীবনানন্দৰ মানসিকতাতো সি সক্ৰিয়—কিন্তু ভিন্ন ৰূপত। গভীৰ চিন্তা-চৰ্চাইহে এওঁলোকৰ হৃদয়-বৃত্তিকো বিৰল বাক্যৰ সন্ধান দিছিল।

অমিয় চক্ৰবৰ্তীৰ প্ৰবন্ধ-সংকলন 'সাম্প্ৰতিক'-এও সুধীন্দ্ৰনাথ আৰু বিষ্ণু দেৰ প্ৰবন্ধবোৰৰ দৰেই এক উচ্চ সাংস্কৃতিক চেতনা আৰু কাব্যবোধৰে পৰিচয় বহন কৰিছে। বস্তুতো কথাত ৰবীন্দ্ৰনাথৰ অনুগামী এই উচ্চ স্তৰৰ কবিজনৰ কৃতিত্বইও দেখুৱায় যে মননধৰ্মিতা উচ্চ পৰ্যায়ৰ শিল্পীৰ মানসত সদায়েই উপস্থিত। আধুনিক অসমীয়া কবিতাত ৰবীন্দ্ৰনাথৰ যিখিনি প্ৰভাৱ সাধাৰণতে পৰিলক্ষিত হয় তাত এনে মননধৰ্মিতাৰ সূত্ৰটোও সুলভ হোৱা হলে আজিৰ পৰিস্থিতিটো ইমান হতাশজনক নহ'লহেঁতেন। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ স্বাভাৱিক মননহীনতাক উত্তৰণ কৰাত আধুনিক অসমীয়া কবিক অমিয় চক্ৰবৰ্তীৰ কাব্যচিন্তাইও সহায় কৰিব পাৰে। উচ্চ পৰ্যায়ৰ কাব্য ৰচনাৰ বাবে যে এক গভীৰ প্ৰস্তুতি আৰু বিচাৰশক্তিৰ প্ৰয়োজন সেইটো দেখুৱাই অমিয় চক্ৰবৰ্তীয়ে লিখিছিল ঃ

'আধুনিক বাংলা কবিতায় যেন অনুপ্রেরণা এবং অভ্যাস দুয়ের গূঢ়ত্ব আমরা না ভুলি, কথার আওয়াজ হারিয়ে কেবলমাত্র কথার শব্দ গেঁথে কবিতা লেখায় নিবৃত্ত হই। এই ক্ষেত্রে রচনার চপল ইচ্ছা-চাতুর্য আমাদের শত্রু; রচনায় বিরতির ধর্ম আমরা ভুলতে বসেছি। দ্রুত চল্‌তি কালের যোগ্য তরল বাক্যের আদান-প্রদানে কাব্য তৈরি হয় না। মগজে বিরল বাক্যের ঘনস্তর জমা হয়ে ওঠবার সময় থাকা চাই, যেখানে অবচেতনার জমিতে কথা

নূতন হয়ে দেখা দেয়। বাক্যের সংস্কার ও নবীন সংসর্গ, সেই তন্ময়তা যা বাঙ্‌ময় অথচ অধিক, আমরা তারই শিল্পী। এখানে বলতে চেয়েছিলাম বিরল এবং সুসংযোজিত বাক্যের ওজন- মেনে চলার কথা। সেই মাত্রা কীভাবে রাখা যায় ? গভীর তন্মাত্রবোধ এবং শিল্পের তীক্ষ্ণ বিচারশক্তিকে একত্র হৃদয়ে ধারণ করবার সমগ্রতা···শ্রেষ্ঠ কাব্যশিল্পের ঐ পথ, নান্যঃ পন্থা বিদতে অয়নায়।······ভাষার ব্যবহারে সূক্ষ্ম চেতনার অভাব শিল্পচেতনারই অভাব। ('সাম্প্রতিক', পৃঃ ১৫৫-১৫৬)

পঞ্চাছৰ দশকত আধুনিক অসমীয়া কবিতাৰ হুযুগ-প্ৰধান কালছোৱাত এজন বঙালী কবিৰ নাম বৰকৈ শুনা গৈছিল। সেই কবিজন হ'ল জীবনানন্দ দাস। তেওঁৰ কবিতাৰ যান্ত্ৰিক অনুকৰণৰ প্ৰচেষ্টা এটাও আধুনিক অসমীয়া কবিতাত দেখা গৈছিল। কিন্তু জীৱনানন্দৰ চিন্তা আৰু সৃষ্টিৰ সামগ্ৰিক অৰ্থ অসমত দৃষ্টিগোচৰ নহ'ল। জীবনানন্দৰ কবিতাৰ এটা বিশেষ আয়তনেই—ইন্দ্ৰিয়ঘন ৰূপটোৱেই দৃষ্টি আকৰ্ষণ কৰিছিল। জীবনান্দৰ কবিতাত প্ৰকাশ পোৱা এক ধাৰাবাহিক চিন্তা বা বোধৰ ক্ৰমোন্নতিৰ ৰূপটো বহুতো পাঠকৰ দৃষ্টিৰ আঁৰতে থাকিল। এই ৰূপটো লক্ষ্য কৰাত জীবনানন্দৰ 'কবিতাৰ কথা' পুথিখনত প্ৰকাশ পোৱা কাব্য-চিন্তাই বহুতকে সহায় কৰিব। এই পুথিখনৰ পাতে পাতে দেখা যায় সমাজত কবিতাৰ ঐতিহ্যৰ প্ৰতি থাকিব লগীয়া দায়িত্ব সম্পৰ্কে এক গভীৰ সচেতনতা, আৰু মানৱ-সমাজ, মানৱ-সভ্যতা সম্পৰ্কে জীবনানন্দৰ আন্তৰিক চিন্তাৰ পৰিচয়। জীবনানন্দৰ প্ৰতিভাও যে মনীষাৰ লগত সংযুক্ত আছিল, সেই কথাৰ প্ৰত্যক্ষ প্ৰমাণ তেওঁৰ এই কিতাপখনতে পোৱা যায়। এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে যি সময়ত বহুতেই সুধীন্দ্ৰনাথৰ কবিতাৰ তাৎপৰ্য বুজিব পৰা নাছিল সেই সময়তে জীবনানন্দই লিখিছিল ঃ

"আধুনিক সাহিত্যের প্রায় বারো আনা তথাকথিত প্রাগ্রসর কবিতার চেয়ে সুধীন্দ্রনাথের কবিতা বেশি প্রবীণ ; তার নিজের এষণার কবিতালোকে তিনি আধুনিক প্রায় সকল কবির চেয়েই বেশি আন্তরিক নন কি ?" ('কবিতার কথা', পৃঃ ৩৭)

এই জীবনানন্দই কবিতাৰ প্ৰসঙ্গত 'কবিতাৰ কথা' পুথিখনত উত্থাপন কৰা কিছুমান মৌলিক প্ৰশ্নৰ বিষয়ে চিন্তা কৰি চাবলৈ শিকা হলেও 'বনলতা সেন' কবিতাটোকেই জীবনানন্দৰ পৰাকাষ্ঠা বুলি গ্ৰহণ কৰা আমাৰ বহুত আধুনিক কবিয়ে এক গভীৰ কাব্য-সাধনাৰ বাবে প্ৰয়োজনীয় মানসিকতা লাভ কৰিব পাৰিলেহেঁতেন। মানৱ-সমাজত উৎকৃষ্ট কাব্যৰ ঐতিহ্য ৰক্ষা কৰাৰ দায়িত্ব আৰু সমস্যা সম্পৰ্কে জীবনানন্দই লিখা কিছু কথা এইখিনিতে উল্লেখ কৰিব পাৰি ঃ

"যে পর্যন্ত জনসাধারণের হৃদয় নতুন দিগ্‌বলয় অধিকার না করবে সে পর্যন্ত কয়েকটি তৃতীয় শ্রেণীর 'কবি'র স্থূল উদ্বোধন ছাড়া বাজারে ও বন্দরে—এবং মানব-সমাজ ও সভ্যতার সমগ্রতার ভিতর কোনো প্রথম শ্রেণীর কাব্যের প্রবেশের পথ থাকবে না ; এমন কি তা বিলাস, কল্পনাবিলাস পর্যন্ত বলে আখ্যাত হয় এবং হবে এই সব স্থূল উদ্গাতাদের কাছে—যদিও আমরা জানি তা কল্পনাবিলাস নয়, কিন্তু কল্পনা-মনীষার সাহায্যে যেন কোনো মহান— —কোনো আদিম জননীর নিকট—যেন কোনো অদিতির নিকট প্রশ্ন বারংবার প্রশ্নের বেদনা, প্রশ্নের তুচ্ছতা···।···বিদেশে বুর্জোয়া শ্রেণীদের ভিতরেও এমন অজস্র খাঁটি রসবোদ্ধা আছে যার হীন ভগ্নাংশও আমাদের দেশের মধ্যবিত্ত সমাজে নেই ; এ দেশে রসবোধ যে হৃদয়হীন ভাবে বিরল কবির কোনো-কোনো শিথিল মুহূর্তের নিকট এর তিক্ততাও কম নয়।

কিন্তু সভ্যতার মেদ ও ইন্দ্রলুপ্তির যদি পুনর্যৌবন না ঘটে, যিনি তৃতীয় শ্রেণীর কবি নন,—অতএব স্বখাত সলিলে ধাতস্থ আমাদের দেশের সাহিত্য কর্মীদের সহানুভূতি যার জন্যে একটুও নেই, তিনি কি করবেন ?" ('কবিতার কথা', পৃঃ ১৬-১৭)

বুদ্ধদেৱ বসুৱে স্বাভাৱিক নম্ৰতাৰে কৈছিল যে সুদীৰ্ঘ কুৰি বছৰৰ সাহিত্য-সাধনাৰ অন্ততহে তেওঁ সুধীন্দ্ৰনাথৰ মননধৰ্মী পৰিশ্ৰমৰ আদৰ্শটোৰ মৰ্ম উপলব্ধি কৰি পাৰিছিল। 'যে আঁধার আলোর অধিক' কবিতা-সংকলনখনত প্ৰথমতে প্ৰকাশ হোৱা বুদ্ধদেৱ বসুৰ শেষ জীৱনৰ কাব্য-কীৰ্তিৰ উৎকৰ্ষখিনিৰ সম্ভেদ ৰখা পাঠক সকলে এই উক্তিটোৰ তাৎপৰ্য বুজিব পাৰিব। কালিদাসৰ 'মেঘদূত'ৰপৰা বিভিন্ন কবিতালৈকে এটা বিশ্ব-ঐতিহ্যক সামৰি লোৱা সাধনাৰ ফলত, সুদীৰ্ঘ দিনৰ অক্লান্ত অধ্যৱসায়ৰ ফলত বুদ্ধদেৱৰ সাহিত্য-চিন্তাইও তেওঁৰ সহজাত সংবেদনশীলতাৰ উপৰিও ক্ৰমশঃ এটা মনন-গম্ভীৰ চৰিত্ৰ লাভ কৰিছিল। সেই সময়তেই তেওঁৰ কবিতাইও আধুনিক কবিতাৰ প্ৰকৃত মৰ্ম আৰু মাধুৰ্য লৈ দেখা দিছিল। সাৰ্থক সমালোচনামূলক দৃষ্টিভঙ্গীৰ অবিহনে যে সৃজনীমূলক উৎকৰ্ষও সম্ভৱ নহয় বঙালী সাহিত্যৰ একালৰ 'কল্লোল' গোষ্ঠীৰ এই কবিজনৰ বিশেষকৈ শেষজীৱনৰ কৃতি খিনিয়েও প্ৰমাণ কৰিলে। 'মহাভাৰত' সম্পৰ্কে এক মূল্যবান চিন্তামূলক ৰচনা বুদ্ধদেৱৰ শেষজীৱনৰে অন্যতম প্ৰধান কীৰ্তি। কোৱা বাহুল্য যে সহজাত প্ৰতিভাৰ উপৰিও অধ্যয়ন, অনুসন্ধিৎসা, কলা-চৰ্চা, সত্যনিষ্ঠা এনে সাহিত্যিক পৰিণতিৰ বাবে অপৰিহাৰ্য। বুদ্ধদেৱ বসুৰ কথাকে এই প্ৰসঙ্গত সুঁৱৰিছোঁ ঃ

"জড়ের সঙ্গে চৈতন্যের সংগ্রাম ঃ এই হলো মানবসভ্যতার মূলমন্ত্র।

আমাদের চিন্তা স্বভাবত অস্পষ্ট, আমাদের ভাষা স্বভাবত বিশৃঙ্খল, আমাদের আবেগ স্বভাবত অপরিচ্ছন্ন ; এবং এই প্রাকৃত ব্যবস্থা অথবা অব্যবস্থাতেই যাকে বলে কাজ চ'লে যায়, সর্বসাধারণ এই নিয়েই তৃপ্ত থাকে। কিন্তু কবি চান আত্মোপলব্ধি। তাই তাঁর জীবন এক অনবচ্ছিন্ন সংগ্রাম : চিন্তার সঙ্গে ভাষার, ভাষার সঙ্গে ছন্দের, ছন্দের সঙ্গে অর্থের, অর্থের সঙ্গে ইঙ্গিতের যুদ্ধ, ক্ষমাহীন, বিরামহীন, পর্যায়ধর্মী......যে-ভাষা হাটে-বাজারে মুখে-মুখে ঘৃণিত হ'তে-হ'তে মলিন হ'য়ে যাচ্ছে, কিংবা যা অভিধানের অবরোধে মৃতপ্রায়, কবি তাতে সঞ্চার করেন প্রাণ, তাপ, দ্যুতি, ধ্বনি, প্রতিধ্বনি, তাকে ক'রে তোলেন একাধারে চঞ্চল ও স্থির, সনাতন ও সদ্যোজাত, অবাধ ও উত্তাল প্রকৃতিকে বিরাট চেষ্টায় সংহত করেন একটি আত্মবশ স্বয়ংসম্পূর্ণ সৃষ্টির মধ্যে। আমাদের সমকালীন বাংলাদেশে এই সৃষ্টিক্রিয়ার দুর্বিষহ গৌরব যিনি সবচেয়ে প্রসন্ন মুখে বহন করেছেন, তিনি সুধীন্দ্রনাথ দত্ত।" ('সঙ্গ, নিসঙ্গতা, রবীন্দ্রনাথ', পৃঃ ৬৮)

এনে গভীৰ পৰ্যায়ৰ সাহিত্য-সাধনাৰ প্ৰতিকূলেই যে বৃহত্তম সংখ্যাৰ স্থূল মানসিকতা বলবৎ হয়, সেই কথাটোও বুদ্ধদেৱ বসুৱে স্থান বিশেষে উল্লেখ কৰিছিল :

"সাহিত্যে উত্তম মেধার লক্ষণই এই যাথার্থ্যবোধ।......অথচ সাহিত্যক্ষেত্রে আবিষ্কারকের শত্রু কত। বিজ্ঞানের মতো এখানে প্রাথমিক প্রশিক্ষার পাঁচিল তোলা নেই, সকলের জন্যই দরজা খোলা। সাহিত্য তাই অশিক্ষিতের এবং কুশিক্ষিতের প্রধান আশ্রয়স্থল। একজন আবিষ্কারকের বিরুদ্ধে দাঁড়িয়ে আছে একশো চলতি লেখক, দেড়শো সম্পাদক ও সমালোচক। তার উপরি অধ্যাপক কুড়ি গণ্ডা...মনের মারাত্মক আলস্যবশত তারা ওতেই-হ'য়ে-যাবে-পন্থী, যে কোনোরকমে কাজ চলার বেশি আর কিছু তাদের মগজে গজায় না।' এই সম্প্রদায় প্রভূতরূপে সংখ্যাগরিষ্ঠ ব'লে পাঠকসাধারণ অক্ষমতায় এমন অভ্যস্ত যে অক্ষমতা না-দেখলেই তাদের মগজ বিগড়োয়।" ('স্বদেশ ও সংস্কৃতি', পৃঃ ৬৩)

বঙালী সমাজৰ বৃহত্তম সংখ্যাৰ উচ্ছ্বাস, ভাবালুতা, স্থূল মানসিকতাৰ বিপৰীতে ৰবীন্দ্ৰনাথৰ দৰেই সক্ৰিয় হোৱা তেওঁৰ এই যথাৰ্থ উত্তৰসাধক কেইজনৰ উচ্চ পৰ্যায়ৰ সৃষ্টি আৰু চিন্তাৰ প্ৰভাৱত আধুনিক বঙালী কবিতাত এটা উচ্চ মানসিকতাৰ ধাৰা আজিৰ কোলাহলৰ মাজতো কিছু দূৰলৈ হলেও প্ৰবাহিত হৈ আছে ; আৰু সেইবাবেই আধুনিক অসমীয়া কবিতাৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা বিধৰ প্ৰহসনবোৰ আধুনিক বঙালী কবিতাত এতিয়াও দেখা নাযায়। আধুনিক বঙালী

সংস্কৃতি-সাধনাত গুৰুত্বপূৰ্ণ এই ৰসজ্ঞসুলভ উচ্চ চিন্তাৰ ঐতিহ্যটোৰ লগত অৰ্থপূৰ্ণভাৱে জড়িত হলে অসমীয়া কাব্যচৰ্চা আৰু কাব্যচিন্তাইও উৎকৰ্ষ লাভ কৰাৰ সম্ভাৱনা দেখা দিব। অৱশ্যে, সাম্প্ৰতিক কালত বঙালী সাহিত্য-সংস্কৃতিৰো এক সামগ্ৰি বিধৰ অৱনিত ঘটিছে আৰু আধুনিক বঙালী কবিতাতো এটা লঘু প্ৰকৃতি মানসিকতাৰ প্ৰসাৰ দেখা গৈছে। একাধাৰে সৃষ্টিপ্ৰতিভা-সম্পন্ন আৰু মননশী উচ্চ পৰ্যায়ৰ আধুনিক বঙালী কবি কেইজন এজন এজনকৈ প্ৰায় নোহাৱা হৈছে আধুনিক বঙালী সংস্কৃতিৰ উচ্চ পৰ্যায়টোৰ লগত গভীৰভাৱে পৰিচিত আৰু সংযু হব নোৱাৰা এক তল খাপৰ মানসিকতাৰ অসমীয়াসকলৰ বাবে আজি এ অৱস্থাত দ্বিতীয় নাইবা নিম্ন পৰ্যায়ৰ আধুনিক বঙালী কবিসকলেই বিশেষভাৱে আদৰ্শস্বৰূপ হৈ পৰিছে। এই পৰিস্থিতিটোত আধুনিক অসমীয়া কবিতা যে আধুনিক বঙালী কবিতাৰ অনুন্নত পৰ্যায়বোৰৰে এক ভাষান্তৰিত ৰূপ বিশেষ হৈ পৰিব সেই বিষয়ে সন্দেহ নাই। আধুনিক অসমীয়া কবিতাই কোনটো পথে উৎকৰ্ষ লাভ কৰিব পাৰে, সেই কথাটো আজি এই কাৰণেই গভীৰভাৱে উপলব্ধি কৰাৰ প্ৰয়োজন হৈছে।

---

"অৰ্থনৈতিক প্ৰগতি, সাংস্কৃতিক প্ৰগতি আৰু অসম" প্ৰবন্ধটোৰ লেখক 'দিলীপকুমাৰ ব... কটন কলেজৰ অৰ্থনীতি বিভাগৰ অধ্যাপক।

## বিষ্ণু দে-ৰ এটা কবিতাৰপৰা

......কোথায় সে প্রতিদিন রূপের রচনা,
সেই নিরন্তর সুন্দরের ধ্যানের উন্মেষ,
অনাত্মীকরণে সদা নিজেকে সে উত্তরণ,
নিরলস জ্ঞানের নিয়ম,
কঠিন শিক্ষার শ্রম,
বুদ্ধির নির্ভয় শুভ্র আলোকে আলোকে,
আত্মস্থের স্তব্ধতায় শুদ্ধ অন্ধকারে
শূন্যে শূন্যে ব্যথাময় অগ্নিবাষ্পে দীপ্তগীতে
চৈতন্যের জ্যোতিষ্কে জ্যোৎস্নায় ?......

( 'তুমি শুধু পঁচিশে বৈশাখ ?' ঃ অংশ )

# এটি শুদ্ধৰণী

ভবেন বৰুৱাৰ কবিতা 'বৰ্ণিনী কল্যাণী প্ৰজ্ঞা'ৰ ( ৩ নং পৃষ্ঠা ) চতুৰ্থ স্তৱ 'সম্ভাৰ ঐশ্বৰ্য' হব 'সত্তাৰ ঐশ্চৰ্য', 'স্বৰগ্ৰাম'ৰ ( ৫ নং পৃঃ ) 'কিভাৱে ৰূপান্তৰি হব 'যিভাৱে ৰূপান্তৰিত' আৰু 'নীলাভ অনিদ্ৰা এক'ৰ ( ৫নং পৃঃ ) দ্বিতীয় স্তৱ 'ইন্দ্ৰিয়ৰ পঞ্জাৰত' হব 'ইন্দ্ৰিয়ৰ পঞ্জাৰত'। 'চীনা কবিতাগুচ্ছ'ৰ অনুবাদ টোকাৰ ৩ নং শাৰীৰ 'মন্ত্ৰয়ৰ' হব 'মন্ত্ৰয়ৰ', ৮নং শাৰীৰ 'লি য়ুৎঙ' হব 'লি য় টু ফুৰ ( ৭০ পৃঃ ) চতুৰ্থ শাৰীৰ 'উয়াৰ নিৰ্জন' হব 'উয়ৰ নিৰ্জন', ৭১ পৃ শিৰোনামা 'লি য়্যাউ' হব 'লি য়্যু' আৰু 'লি য়্যু'ৰ দশম শাৰীৰ 'সৰাপাত্ৰ হব 'সৰাপাহিবোৰ'। পবিত্ৰ বৰগোহাঞিৰ প্ৰবন্ধটোত 'Gogal' হব 'Gogol'।

॥ ভবেন বৰুৱাৰ এখন যন্ত্ৰস্থ কবিতা-সংকলন ॥

—নব্য-নিৰক্ষৰতাৰ বিৰুদ্ধে এক সংগ্ৰাম—

# সোণালী জাহাজ

॥ ১৯৬৩-১৯৭৪ : এই কালছোৱাৰ ভিতৰত ৰচিত
ভবেন বৰুৱাৰ কবিতাসমূহৰ এখন সংকলন ॥

*"যুক্তিনিষ্ঠ সমালোচনা আৰু সাৰ্থক সৃষ্টি যে বহুত সময়ত সমান্তৰাল প্ৰচেষ্টা—ইটো সিটোৰ ওপৰত নিৰ্ভৰশীল—এমুঠি সফল অসমীয়া কবিতাৰ চৰিত্ৰ অধ্যয়ন কৰিলে সেই কথা প্ৰতীয়মান হয়।...কবিৰ অতি প্ৰয়োজনীয় এনে আত্মসচেতনাৰ অভূতপূৰ্ব বিকাশ দেখিবলৈ পাওঁ ভবেন বৰুৱাৰ সাম্প্ৰতিক কেতবোৰ কবিতাত। আবেগিক সংযম, দৃঢ় মানসিকতা আৰু অভিজ্ঞতাৰ অকপট অন্বেষণত এই কবিতাসমূহ...বিস্ময়কৰভাৱে সফল..." ( **ললিতকুমাৰ বৰুৱা,** 'উত্তৰণ,' ১৯৬৮ )* "ষাঠিৰ দশকটো অসমীয়া কাব্য-সাহিত্যৰ বুৰঞ্জীত বিশেষভাৱে চিহ্নিত হোৱাৰ যোগ্য।...মোৰ কবিতাৰ বিবৰ্তনত সেই কবিসকলৰ ভিতৰত শ্ৰীভবেন বৰুৱাই বিশেষভাৱে সহায় কৰিছিল। এই গৰাকী কবিৰ দৰে কবিতাৰ ভাষা আৰু গঠন সম্পৰ্কে আগতে মই ইমান সচেতন নাছিলোঁ।" ( **নীলমণি ফুকন,** ১৯৭৩ )* [ "...অগ্ৰগতি লক্ষ্য কৰি মোৰ পেটত হাতভৰি লুকাইছে। এনে suggestion আৰু economy অসমীয়া কবিতাত দুষ্প্ৰাপ্য। তদুপৰি সেইবোৰ সম্পূৰ্ণ creative—নতুন পদাৰ্থ—ভাব-ভাষা অনুভূতিত।" : **হীৰেন গোহাঁই,** ১৯৬৬ ॥ "...বৌদ্ধিক চেতনাৰে উদ্দীপ্ত কবি। শব্দৰ শক্তিৰ প্ৰতি অত্যন্ত সচেতন এই কবিৰ ব্যৱহৃত শব্দত শব্দৰ আয়তন আৰু ওজনৰো যেন আভাস পোৱা যায়।" : **নৰকান্ত বৰুৱা,** ১৯৭৩ ]* "...যিসকল কবিয়ে অসমীয়াত মুক্তক ছন্দৰ সাধনা কৰিছে তাৰ ভিতৰত ভবেন বৰুৱাৰ প্ৰয়োগসমূহেই বেছি সফল হোৱা যেন লাগে। ...পূৰঠ অভিজ্ঞতাৰ সৃষ্টি। ...প্ৰথমবাৰৰ বাবে অসমীয়া কবিতাত এটা নাটকীয় গতি... । ...বৰুৱাৰ শ্ৰব্য কল্পনা (auditory imagination ) বৰ তীব্ৰ।" ( **উপেন্দ্ৰনাথ শৰ্মা,** ১৯৭০ )*

॥ ১৯৬৬ ঃ "অসমত অন্ততঃ এজন সমালোচক আছে···মই ভবাই নাছিলোঁ যে poets can communicate to such a degree to a truly sensitive mind···যিবোৰ বস্তু যিবোৰ কথা মই ভাল বুলি ভাবিছিলোঁ, সেইবোৰ ভাল বুলি ধৰি থাকিবলৈ প্ৰত্যয় জন্মাইছে। জনপ্ৰিয় সমালোচক আৰু সাহিত্যিকসকলৰ নিৰৰ্থক কোঢ়ালত আৰু পাঠক-পাঠিকাসকলৰ তাৰ প্ৰতি মুগ্ধ মনোভাবত সেইবিলাকৰ ওপৰত লাহে লাহে বিশ্বাস হেৰুৱাব ধৰিছিলোঁ।" (**অজিৎ বৰুৱা**, ১৯৬৬)* "Your article in Ramdhenu was courageous, timely and supremely intelligent ; its sincerity was overwhelming." (*Mrinal Miri* 8 Clare Road, Cambridge, 1966 )* ১৯৬৯ ঃ ···প্ৰবন্ধটো সেই শাৰীৰ। মই প্ৰবন্ধটো দুই তিনিবাৰমান পঢ়ি চালোঁ ; আৰু পঢ়ি চাবৰ থল আছে।" (**ললিত কুমাৰ বৰুৱা**, ১৯৬৯)* ১৯৭৩ ঃ "নিজৰ সাহিত্যক কোনে কিমান বুজে?··· সাহিত্যৰ সৌন্দৰ্য উপলব্ধি কৰা আৰু কৰোৱাৰ ক্ষমতা ক'ত ॥ ?···ভবেন বৰুৱাৰ দৰে ···লোকে এনে বিষয়ত নেতৃত্ব লব পাৰে।" (**যজ্ঞেশ্বৰ শৰ্মা**, ১৯৭৩) ॥

* ১৯৬৩-১৯৭৪ : এই কালছোৱাৰ ভিতৰত ৰচিত ভবেন বৰুৱাৰ প্ৰবন্ধৰ সংকলন *

# বাক্, সংস্কৃতি আৰু আধুনিকতা

॥ এই শব্দবোৰৰ অৰ্থ··· ? ॥

॥ ১৯৬৪ ঃ "'···যিজনে প্ৰথম প্ৰবন্ধটোতেই ইমান শক্তিৰ পৰিচয় দিব পাৰে তেওঁ নিশ্চয় অসমীয়া সাহিত্য-সমালোচনাৰ নতুন পৃষ্ঠা মুকলি কৰাৰ ক্ষমতা সঞ্চয় কৰি ৰাখিছে।" (সম্পাদকীয়, **মহেন্দ্ৰ বৰা** সম্পাদিত 'মনিদীপ', ১৯৬৪) * ১৯৬৫ ঃ "···মই গতানুগতিক প্ৰশংসা কৰা বুলি নাভাবিব। তেনে কৰ্ম মই কেতিয়াও নকৰোঁ। আপুনি প্ৰকৃত চিন্তাব্ৰতীৰ ভূমিকাত অৱতীৰ্ণ হৈছে।" (**হোমেন বৰগোহাঞি**, পত্ৰাংশ, চেপ্তেম্বৰ ১৯৬৫)* ১৯৭০ ঃ "...notably by one young critic-poet of considerable talent, Bhaben Barua, who has accussed many of the elder poets of recklessness and disorder in their use of language. Owing largely to the writings of a few young critics a new seriousness is coming to Assamese literature." (*Dr. Dilip Kumar Barua*, 'Indian Writing Today', 1970) ১৯৭৪ ঃ "...অনুভূতি আৰু মননশীলতাৰ অসাধাৰণ তীক্ষ্ণতাৰ পৰিচয়...যি কোনো সাহিত্যৰে প্ৰথম শাৰীৰ সমালোচনা হিচাপে স্বীকৃতি পাবৰ যোগ্য।" (**ইমদাদ উল্লাহ**, 'মধ্যাবিংশ শতিকাৰ অসমীয়া সাহিত্য', ১৯৭৪) ॥

। অসমীয়া সাহিত্য-সংস্কৃতিত এই পথটো আজি বৰ্জন কৰাটো উচিত হব নে ?॥

* ১৯৬৬ : "প্ৰকৃততে সন্মুখ (immediate) স্বাৰ্থ আওকাণ কৰি ভূৱা ভদ্ৰতা নেওচা দি সংস্কৃতিৰ প্ৰমূল্যসমূহ ৰক্ষা কৰিবলৈ আগবাঢ়ি অহা বাবে শ্ৰীবৰুৱা সকলো দায়িত্বসম্পন্ন অসমীয়াৰে শ্ৰদ্ধাৰ পাত্ৰ। ...শ্ৰীবৰুৱাই ভয় কৰাৰ দৰে প্ৰাপ্তবয়স্কৰ উচ্ছৃংখলতাৰ (delinquency) আমাক এদল কলৰ পুতলালৈ ৰূপান্তৰিত কৰিব—যি যান্ত্ৰিক উৎসাহেৰে সকলো ধৰণৰ গান আৰু গল্পৰ প্ৰতি সঁহাৰি দিব। মান (standards), ভেদজ্ঞান (discrimination) আৰু সৃজনী প্ৰতিভাৰ অপমৃত্যু ঘটিব। ...গণতন্ত্ৰ, জনতাৰ দৰবাৰ, নম্ৰতা, ভদ্ৰতা প্ৰভৃতি কিছুমান শ্লগান আওৰাই এইবোৰে সমালোচনাৰ কনকঠিয়া মাৰিব খোজে। ...বিশেষকৈ ভাষাৰ integrity সম্পৰ্কে বৰুৱাৰ উদ্বেগ তেওঁৰ জীৱন্ত মূল্যবোধৰ পৰিচয়। ...শ্ৰীবৰুৱাৰ বিশ্লেষণে ভালদৰে দেখুৱাইছে এই বেমাৰে কিদৰে আমাৰ গদ্য পদ্য উভয়তে প্ৰলয় আনিছে। ...যদিহে আমাৰ সংস্কৃতিৰ বৰ্তমান পটভূমি 'শিক্ষাৰ' ( তথা স্বাক্ষৰতাৰ ) প্ৰসাৰ আৰু বেপাৰীৰ ষড়যন্ত্ৰত বিপজ্জনক, তেন্তে সংস্কৃতিক বচাই ৰখাৰ আৰু তাৰ জীৱনীশক্তি বৃদ্ধি কৰাৰ দায়িত্ব কেৱল উদীয়মান পৌৰুষৰ হাতত। ..." ( হীৰেণ গোহাঁই : 'ৰামধেনু', ১৮শ বছৰ ৯ম সংখ্যা )* ১৯৬৭ : এটি তাৎপৰ্যপূৰ্ণ স্বীকাৰোক্তি : "কাব্য সঙ্গীতৰ প্ৰতি ধাউতি কমি আহিল...অভিজ্ঞতাৰ প্ৰতি আগৰ যি innocent eagerness আছিল সি **ধ্বংস হ'ল**। ...eagerness আৰু openness গলে কাব্যসঙ্গীতৰ প্ৰতি responsiveness মানে unorganized, raw experience অৰ প্ৰতি সংবেদন নষ্ট হয়।" ( হীৰেণ গোহাঁই, পত্ৰাংশ, ১৭ চেপ্তেম্বৰ, ১৯৬৭ )* এনে অৱস্থাত অসমীয়া সমাজত কাব্য-সঙ্গীতৰ, সাহিত্য-সংস্কৃতিৰ মূল্যায়নৰ ক্ষেত্ৰত কি কৰিব লাগে ?

* নীতি বা principle বোলা বস্তুটো খুব কম মানুহে seriously লয়। বেছিভাগ মানুহে morality বস্তুটো বক্তৃতা আৰু display-ৰ বাবে ব্যৱহাৰ কৰে। বেছিভাগৰ আচল পৰিচয় হ'ল দুতলীয়া মনোভাৱ, double standard...সেয়ে তোমাৰ দৰে ঐকান্তিকতা আৰু নিষ্ঠা বিৰল। তুমি মাত্ৰ এমুঠি সমগোত্ৰীয় মানুহ গোটাই এই universal কলিযুগৰ বিৰুদ্ধে resistance চলাই যাব পাৰা। Witness to the truth. আনহাতে ফল পোৱাৰো আশা কৰিব নোৱাৰা।" ( হীৰেণ গোহাঁই, পত্ৰাংশ, **২২ নভেম্বৰ, ১৯৬৭** )*

* আগ্ৰহ হেতুৱাই পেলোৱা লোকৰদ্বাৰা অসমীয়া সাহিত্য-সংস্কৃতিত ইয়াৰ এবছৰমানৰ পিছৰ পৰাই লাহে লাহে বৰ্জিত আৰু অভিশপ্ত হবলৈ ধৰা এই পথটোতেই পিছত 'সংলাপ' উলিওৱা হ'ল আৰু সংস্কৃতি-সাধনাৰ এই পথটো বৰ্জন নকৰি তাক অসমীয়া সমাজত ৰক্ষা কৰাৰ বাবেই এতিয়াও চেষ্টা চলাই থকা হৈছে॥

ষাঠিৰ দশকত অসমীয়াৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত আৰম্ভ হোৱা নতুন প্ৰচেষ্টাটোৰ বিষয়ে আজি বিভিন্ন ঠাইত লিখিত আৰু অলিখিত ৰূপত চলা বহু অপপ্ৰচাৰ আৰু অপব্যাখ্যাৰ সন্মুখত সোঁৱৰা হ'ল ঃ

১৯৬৬ ঃ "...চাকৰি, ব্যৱসায় সকলোতে বুদ্ধিৰ প্ৰয়োজন—কেৱল সাহিত্যতহে নির্বোধৰ ৰাজত্ব ( তথা নৈৰাজ্য )—এই ধাৰণা অসমৰ পাঠকৰ মনৰপৰা ভূত জৰা জাৰি বাহিৰ কৰিব লাগিব।...অসমীয়া মানুহৰ মেৰুদণ্ডহীন চৰিত্ৰৰ প্ৰমাণ যত ত'তে ইমান বেছি ওলায় যে সাহিত্যত তাৰ প্ৰভাৱ দেখিলে মই ক্ৰুদ্ধ হলেও আচৰিত নহওঁ।" ( হীৰেন গোহাঁই 'আৱাহন' )* ১৯৬৮ ঃ "শ্ৰীভবেন বৰুৱাৰ প্ৰবন্ধটো [ 'সাহিত্য-সমালোচনা আৰু বৌদ্ধিক সততাৰ প্ৰশ্ন' ] সঁচাকৈয়ে সময়োপযোগী আৰু সুচিন্তিত হৈছে। কেবাজনেও মোক সেই কথা জনাইছে।" ( মহিম বৰা, 'আৱাহন' )* "...ভাল লাগিছে ঃ বিশেষকৈ ভবেন বৰুৱাৰ 'সাহিত্য-সমালোচনা আৰু বৌদ্ধিক সততাৰ প্ৰশ্ন' প্ৰবন্ধটো।" ( বীৰেশ্বৰ বৰুৱা, 'আৱাহন' ) ॥ আধুনিক অসমীয়া সংস্কৃতিৰ এটা ঐতিহাসিক সংকটৰ সময়ত নীতিগত আদৰ্শ লৈ চলাই অহা প্ৰচেষ্টাটোত ষাঠিৰ দশকত অন্যান্য লোকৰ লগতে শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াই আলোচনী আৰু বাতৰি কাকতৰ সম্পাদক হিচাপে হেম বৰুৱা আৰু মহেন্দ্ৰ বৰা, নৱকান্ত বৰুৱা আৰু পৰেশমল্ল বৰুৱাৰ সাহিত্য-সেৱাত আৰু ভূপেন হাজৰিকাৰ কথাছবি তথা গানৰ মাজত প্ৰকাশ হোৱা বিপদজনক ট্ৰেণ্ডটোৰ বিষয়ে একাকী ব্যক্তিৰ কিছুমান প্ৰবন্ধপাতি ছপাই আৰু ষাঠিৰ দশকৰ সমালোচনাৰ অনুষ্ঠান অসমীয়া মাহেকীয়া আলোচনীক কিছুদূৰলৈ এটা মৰ্যাদাসম্পন্ন ৰূপ দি যি সহযোগিতা আগবঢ়াইছিল সিও বিস্মৃত হোৱাটো উচিত নহয়।* ১৯৭২ ঃ '...A young giant-killer, who had demonstrated his prowess earlier by flooring several literary celebrities now staked his reputation on stalking this particular prey...'Sanglap' edited by Bhaben Barua ( the afore-mentioned pugilist ) is published by a commercial firm..." [ Hiren Gohain, 'Indian literature' 1972, Delhi ]* ১৯৭৪ ঃ "ভবেন বৰুৱাৰ কাব্যসমালোচনাই আওপকীয়াকৈ হলেও হীৰেন ভট্টাচাৰ্য আৰু নিৰ্মলপ্ৰভা... কবিসকলক নতুন প্ৰত্যয় দি তেওঁলোকৰ সৃষ্টিৰ বাট মুকলি কৰিলে।'...'অসাধাৰণ ভাৱে সূক্ষ্ম ভাষা-সচেতন এই কবিজনে আলোচ্য কালছোৱাৰ শেষৰ ফালে অসমীয়া কবিতাত এটা উল্লেখযোগ্য প্ৰভাৱ পেলাইছে।' ( হীৰেন্দ্ৰনাথ দত্ত, 'স্বাধীন... শতিকাৰ অসমীয়া সাহিত্য', ১৯৭৪ )* ?? *

১৯৬৬ : ..."কাব্যৰসজ্ঞান-সুপৰিপক্ক ডেকা সমালোচকলৈ এয়ে মোৰ আহ্বান। ...কোনোৱে সমালোচনা কৰিব, কোনোৱে বা আওকাণ কৰি নিজ ইচ্ছা আৰু অভিৰুচি অনুসাৰে কিবাকিবি লিখি থাকিব—এইদৰে চলি থাকিবলৈ দিয়াটোত কাব্য-সাহিত্যৰ ক্ষেত্ৰত অৰাজকতাৰ বাহিৰে আন একো আমি দেখা নাপাম।" (অম্বিকাগিৰি ৰায়চৌধুৰী, 'আৱাহন') * ১৯৭০ : ..."আমাৰ সাহিত্যত এইবোৰ নতুন ধৰণৰ সমালোচনা।....এইবোৰ আলোচনাত ভবেন বৰুৱাৰ মননশীলতা প্ৰকাশৰ উপৰিও কাব্যিক প্ৰয়োজনৰ প্ৰতি থকা তেওঁৰ সচেতনতাৰ চিন ফুটাই তুলিছে। এনে ধৰণৰ আলোচনা পাণ্ডিত্য-গন্ধী আৰু বিক্ষিপ্ত হৈ পৰা দৃষ্টান্ত ইংৰাজী সাহিত্যত আছে। বৰুৱাই হ'লে..." ত্ৰৈলোক্যনাথ গোস্বামী, 'ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ')* ১৯৭২ : 'By then the sixties set in with their promise of a further growth....But those writers who were unduly self-conscious, diffident or superficially committed to modernism soon suffered eclipse during the polemical sixtees.... As happens with a popular magazine, mediocrity dominated it [Ramdhenu], but a few talented writers also made their appearance in its pages. This was clear from the reassessment began in the sixtees by younger critics...." [Birendra Kumar Bhattacharyya, 'The Assam Tribune', August 15, 1972] ১৯৭৪ : "ডেকা সমালোচক হিচাপে ভবেন বৰুৱাক নিৰ্ভুলতা-প্ৰয়াসী, সৎ সাহিত্য-কলাৰ প্ৰতি গভীৰ অনুৰাগী বুলি আমি জানি আহিছোঁ। বিশ্বৰ চিন্তাবিদ, শিল্পীসকলৰ গুৰুত্বৰ পৰা আৰম্ভ কৰি আমাৰ দেশ তথা স্ব-ৰাজ্যৰ সাহিত্যিকসকলৰ গুৰুত্বলৈকে পৰীক্ষা কৰাৰ তেওঁৰ এই 'ছিৰিয়াছ' (ঐকান্তিক) উদ্যমক..." [যোগেশ দাস, ১৯৭৪] * "...সম্প্ৰতি প্ৰকাশিত তেখেতৰ 'অসমত এটি সাংস্কৃতিক শিক্ষাৰ কেন্দ্ৰীয় প্ৰতিষ্ঠান স্থাপন কৰাৰ এখন আঁচনি' [১৯৭৩]...অসমৰ জাতীয় জীৱনত সঙ্গীতকে ধৰি কলা-সংস্কৃতিৰ উপাদানসমূহৰ সুপ্ৰয়োগৰ বিষয়ে সুচিন্তিত আৰু ভাবোদ্দীপক কেইটিমান পৰামৰ্শ..." (বীৰেন্দ্ৰনাথ দত্ত, ১৯৭৪)*

## 'বাণী প্ৰকাশ'ত পাব

॥ যথাক্ৰমে অসমীয়া সমাজৰ প্ৰৱহমান নৈতিক-সাংস্কৃতিক চৰিত্ৰ, অসমীয়া সমাজৰ ভাষাগত-সাংস্কৃতিক অস্তিত্ব তথা মৰ্যাদাৰ প্ৰশ্ন, আৰু অসমীয়া সমাজত সংস্কৃতিৰ ভৱিষ্যত-সম্ভাৱনাৰ ওপৰত আলোকপাত কৰি লিখা ভবেন বৰুৱাৰ তিনিখন পুস্তিকা : An Indian Novel/1969 * Language And The National Question In North East India/1972 * অসমত সাংস্কৃতিক শিক্ষাৰ এটা কেন্দ্ৰীয় প্ৰতিষ্ঠান স্থাপন কৰাৰ বাবে এখন আঁচনি/১৯৭৩ ॥

may be obtained through BANI PRAKASH, Panbazar, Gauhati.

copies of two journals

published by

**The Assam Academy for Cultural Relations**

(Old University Colony, Gauhati-3, Assam)

## THE ASSAM QUARTERLY

**Editor** : Bhaben Barua

*

[ 1967—1969 ]

* 'I find it extremely interesting. I shall be much oblig[ed] if you kindly instruct your office to send a set of the back Nos. [to] the University Library. We will certainly be pleased to pay [the] price and the postage ": Dr. R. K. Dasgupta D. Phil (Oxon) Tagore Professor and Head of the Department of Modern Ind[ian] Languages, University of Delhi * "I have read 'The Ass[am] Quarterly' with great interest...the high standard of the print[ing,] composition and make-up..." : Mrs. Lois Flanagen, Calcutta.*

*

## THE ASSAM ACADEMY REVIEW

**Editor** : Bhaben Barua

*

[ 1970— ]

*" ....the high quality of this journal...This new journal i[s a] distinct addition of value to our research journals in India. [The] articles on different topics of languages and linguistic cultur[e of] Assam are of very high standard...the high standard presented..." : Dr. Suniti Kumar Chatterjee, National Professor of India [J... 21, 1974]*

অসমীয়া সাহিত্য-সংস্কৃতিত এক অভিনৱ সংযোজন

# সংলাপ

সম্পাদক ঃ ভবেন বৰুৱা

১৯৭১ ॥ প্ৰথম সংখ্যা ॥ প্ৰায় ৩২০ পৃষ্ঠা ॥ বেচ ঃ চাৰি টকা ॥

"......এনে উচ্চমান বিশিষ্ট এখন আলোচনী জীয়াই ৰখাটো প্ৰত্যেক সাহিত্য-প্ৰেমীৰ উদ্দেশ্য হোৱা উচিত।" [ সত্যেন্দ্ৰনাথ শৰ্মা ]* "সংলাপে মোক মনত পেলাই দিছিল ইংৰাজীত ওলোৱা Penguin New writing ৰ লেখীয়া অতুলনীয় সাময়িক সংকলনৰ কথা…বছৰেকীয়া Longman's Miscellany লৈ…। 'সংলাপ' পৰিকল্পনা আৰু গুণাগুণৰ পিনৰপৰা মই নাম লোৱা এনে সংকলনসমূহতকৈ কোনো গুণে নিকৃষ্ট হোৱা নাই বুলি নিৰ্ভয়ে কব পাৰি।… [ মুনীন বৰকটকী ] *

১৯৭২ ॥ দ্বিতীয় সংখ্যা ॥ প্ৰায় ৩৩০ পৃষ্ঠা ॥ বেচ ঃ চাৰি টকা পঞ্চাশ পইচা ॥

"সংলাপ নতুন ধৰণৰ আলোচনী। উচ্চাকাঙ্ক্ষাপ্ৰেৰিত এই প্ৰয়াসটো জীয়াই ৰাখিবলৈ আমাৰ পাঠক সমাজে যত্ন কৰিব বুলি মোৰ বিশ্বাস।" [ কৃষ্ণকান্ত সন্দিকৈ ] * "…যি বুজিছোঁ যি এয়ে যে 'সংলাপ'ৰ দৰে অসমীয়া আলোচনী আগতে ওলোৱা নাই। …কবৰ মন যায়…আনবোৰ কাকতে তাৰ গোন্ধকে নেপায়। …দুৰূহ আৰু সহজ, কঠিন আৰু কোমলৰ অপূৰ্ব সমাৱেশ ঘটিছে।" [ লক্ষ্মীনাথ ফুকন ]

১৯৭৩ ॥ তৃতীয় সংখ্যা ॥ প্ৰায় ৩৬০ পৃষ্ঠা ॥ বেচ ঃ পাঁচ টকা ॥

"সকলো ফালৰপৰা চালে বোধহয় এইখনৰ আকৰ্ষণ আৰু বেছি। অসমৰ বৰ্তমান অৱস্থাত প্ৰায় অসাধ্য সাধনেই হৈছে।" [ ললিতকুমাৰ বৰুৱা ]

১৯৭৪ ॥ এটা নতুন পৰ্যায়ৰ প্ৰচেষ্টাৰ পৰিকল্পনা ॥

'সংলাপ'ৰ পৰিকল্পিত পৰৱৰ্তী সংখ্যাবোৰ আমি বিভিন্ন দিশৰ সুবিধা অনুসৰি বিভিন্ন সময়ত প্ৰকাশ কৰিম বুলি আশা ৰাখিছোঁ। সাম্প্ৰতিক অৰ্থনৈতিক সংকটৰ অধিকতৰ তীব্ৰতৰ হৈ পৰা এটা অনগ্ৰসৰ জাতিৰ সাংস্কৃতিক দুৰ্যোগৰ কালছোৱাত 'সংলাপ'ৰ আদৰ্শতে সংস্কৃতিৰ কিছুমান চাকি জ্বলাই ৰখাৰ উদ্দেশ্যে আমি সমান্তৰাল ভাৱে দুটা দিশত 'সংজ্ঞা' আৰু 'সঁফুৰা' নামৰ দুটি সুকীয়া বিধৰ প্ৰচেষ্টা আৰম্ভ কৰিছোঁ। দায়িত্ববোধশীল ব্যক্তিসকলৰ সহায়, সহযোগ আৰু সহানুভূতিৰ ওপৰতেই আমাৰ এই প্ৰচেষ্টাৰ সফলতা নিৰ্ভৰশীল ॥ বাণী প্ৰকাশ ॥ গুৱাহাটী-৭৮১০০১

অসমীয়া সাহিত্যৰ প্ৰবাহ ৰক্ষাৰ প্ৰয়োজনত
প্ৰতিশ্ৰুতিপূৰ্ণ তৰুণ সাহিত্যিকৰ সন্ধানত 'সংজ্ঞা'ৰ এটি প্ৰচেষ্টা

## ॥ সংজ্ঞা সাহিত্য প্ৰতিযোগিতা ॥

'সংজ্ঞা'ৰ ফালৰপৰা অসমীয়া সাহিত্যত উদীয়মান পুৰুষৰ সম্ভাৱনা পোহৰলৈ অনাৰ উদ্দেশ্যে প্ৰতি বছৰে এটি বছৰেকীয়া সাহিত্য-প্ৰতিযোগিতাৰ আয়োজন কৰাৰ কথা ভবা হৈছে। এই প্ৰতিযোগিতাত ২৩ বছৰ নাইবা ষষ্ঠ বাৰ্ষিকৰ দেওনা পাৰ নোহোৱা উদীয়মান লিখকসকলেই যোগদান কৰিব পাৰিব। কবিতা, গল্প আৰু সাহিত্য-সমালোচনা ঃ এই তিনিটা বিভাগত প্ৰতিযোগিতাৰ বাবে ৰচনা-পাতি গ্ৰহণ কৰা হব আৰু প্ৰতিটো বিভাগতে (এটা ন্যূনতম পৰ্যায়ৰ মান-বিশিষ্ট ৰচনা পোৱা গলে) ক্ৰমে ১০০ টকা, ৭৫ টকা আৰু ৬০ টকাৰ মূল্যৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় পুৰস্কাৰ আগবঢ়াবলৈ সিদ্ধান্ত লোৱা হৈছে। প্ৰথমবাৰৰ প্ৰতিযোগিতাৰ বাবে প্ৰতিযোগীসকলে প্ৰদত্ত ঠিকনাত 'সংজ্ঞা'ৰ সম্পাদকলৈ ১৯৭৫ চনৰ ৩০ চেপ্তেম্বৰৰ আগতে পোৱাকৈ ৰচনা-পাতি পঠিয়াব লাগিব। (ঠিকনা আৰু বয়স : এই দুটা তথ্য সম্পাদকলৈ দিয়া চিঠিত প্ৰতিযোগীয়ে উল্লেখ কৰিব লাগিব।)

### ॥ সংজ্ঞা সাহিত্য প্ৰতিযোগিতা ঃ ১৯৭৫ ॥

কবিতা ॥ প্ৰতিজন প্ৰতিযোগীয়ে চাৰিটাকৈ কবিতা পঠিয়াব লাগিব।

গল্প ॥ এটা গল্প পঠিয়ালেই হব।

(দেশী-বিদেশী কিছু সংখ্যক উচ্চ পৰ্যায়ৰ গল্পৰ লগত আগতে পৰিচিত হৈ লবলৈ প্ৰতিযোগীসকলে চেষ্টা কৰাটো বাঞ্ছনীয়।)

সাহিত্য-সমালোচনামূলক প্ৰবন্ধ ॥ বিষয় ঃ "ৰবীন্দ্ৰনাথৰ সাহিত্য-চিন্তা" বিশ্বভাৰতীয়ে প্ৰকাশ কৰা ৰবীন্দ্ৰনাথৰ কাব্যগ্ৰন্থ আৰু প্ৰবন্ধাৱলীয়ে এই ক্ষেত্ৰত প্ৰতিযোগীসকলক সহায় কৰিব। ইয়াৰ উপৰিও সুধীন্দ্ৰনাথ দত্ত, জীবনানন্দ দাস, অমিয় চক্ৰবৰ্তী, বিষ্ণু দে আৰু বুদ্ধদেব বসু আদি ৰবীন্দ্ৰনাথৰ উত্তৰসূৰী কবিসকলে, আবু সৈয়ীদ আয়ুব আদি চিন্তাবিদে ৰবীন্দ্ৰনাথৰ বিষয়ে লিখা ৰচনাসমূহো এই প্ৰসঙ্গত স্মৰণযোগ্য। প্ৰবন্ধটো ৪৫০০ শব্দৰ সীমাৰ ভিতৰত থাকিব লাগিব। মননশীলতা, ৰসবোধ আৰু ভাষাৰ সৌন্দৰ্যৰ প্ৰতি লিখকৰ মনোযোগ—এই তিনিটা কথাই বিচাৰৰ ক্ষেত্ৰত গুৰুত্ব পাব।

'সংজ্ঞা কাৰ্যালয়', বাণী প্ৰকাশ
পাণবজাৰ, গুৱাহাটী—৭৮১০০১

নীলমণি ফুকন
সম্পাদক, 'সংজ্ঞা'

আমাৰ কিশোৰ-কিশোৰীহঁত !

আমাৰ যে কিমান কথা জানিবলৈ মন যায় নহয় নে ? আকাশত বোলে ১০০০০০০০০০০০টা তৰা আছে। আমাৰ বেলিটোও বোলে তাৰ মাজৰে এটা তৰা। ফুটবলটোৰ আগত মটৰ মাহৰ গুটিটো যিমানটো, বেলিটোৰ আগত আমাৰ পৃথিৱীখনো বোলে সিমানটো। এইখন পৃথিৱীতে আকৌ এছিয়া-আমেৰিকা, ভাৰত-বাংলাদেশ, অসম-পঞ্জাব, দৰং-কামৰূপ, ধুবুৰী-গোলাঘাট, ফুলগুৰি-জ'াজী, ফেন্সী বজাৰ-আমোলাপট্টি, কত যে ঠাই, কত যে নাম ! এইখন পৃথিৱীত টেনজিং ২৯০০২ ফুট ওখ হিমালয় পৰ্বতৰ টিঙত উঠে, কোনোবা আকৌ সাগৰৰ দুশ মিটাৰ তললৈ নামি যায়। ( এহ্, এবাৰ ফুট, এবাৰ মিটাৰ,—এইটো নো আকৌ কি কথা ! ) নিল আৰ্মষ্ট্ৰঙে পৃথিৱীৰপৰা একলাখ মাইল দূৰত আকাশৰ বুকুতে এঘুমটি শুই লয় ; ইফালে আকৌ পাটলিপুত্ৰৰ ৰাজ-কাৰেঙত সাতখন তুলিৰ ওপৰত শুই থকা কোনোবা ৰাজকোঁৱৰৰ তিনিজনী লিগিৰীয়ে বিচি থাকিলেও টোপনি নাযায় ! কিমান ধৰণৰ যে মানুহ। বিনোবাভাৱে নো কোন ? লেনিন নো কোন ? মিনিয়ে ভাৰত নাট্যম নাচে। সেইটোবা কি নাচ ? ইনকিলাব-জিন্দাবাদ মানে নো কি ? হেমচন্দ্ৰ বৰুৱা ত্যাগবীৰ হেম বৰুৱা একেজন মানুহেই নে কি ? ইৰিকটি মিৰিকটি বাহৰ শলা খেলটো নো কেনেকৈ খেলে ? মকৰাৰ সাধু কোনেও নকয় কাৰণে লয়ড কাল্লিচৰণহঁতৰ দেশৰ মকৰা এটাৰ বোলে বৰ দুখ ? ৱেষ্ট ইণ্ডিজৰ কাল্লিচৰণ আমাৰ কালীচৰণৰ কিবা হয় নে কি ? ৰাস্তাৰ চৰকাৰী লাইটৰ পোহৰত কিতাপ পঢ়ি পঢ়ি এটা অতি দুখীয়া ল'ৰা বোলে শেষত বৰ ডাঙৰ পণ্ডিত হ'লগৈ ? ২০০০০ বছৰ আগতেই বোলে মানুহে তিনিৰঙীয়া ছবি আঁকিব পাৰিছিল ? কিমান কথা যে জানিবলৈ মন যায়।

কিন্তু কেনেকৈ জানিবা ? কোনোবাই কলেহে জানিবা। পঢ়িলেহে জানিবা। পিছে কব কোনে ? পঢ়িবা ক'ত ? এইবোৰকে ভাবিচিন্তি আমি তোমালোকৰ কাৰণে আৰু তোমালোকৰ অকণ-অকণ ভাইটি-ভনীটিহঁতৰ কাৰণে **'সঁফুৰা'** নামৰ এখন আলোচনী মানে, ধৰি লোৱা, এখন কিতাপ ছপাই উলিয়াব খুজিছোঁ। অহা শৰত কালত ( শৰত কাল বা কেতিয়া হয় ! ) কিতাপখন ওলাব। কিতাপখনত ছপাবলৈ তোমালোকেও কিবাকিবি লিখি পঠাব লাগিব। কি লিখিব লাগে সেইটো আমি ইয়াৰ পাছৰ চিঠিত জনাম। তোমালোকে কিন্তু এতিয়াৰপৰা পইচা গোটোৱা। কিতাপখনৰ দাম আঠ টকামান হব পাৰে। এই চিঠিখন থৈ দিবা। মৰম লবা। ইতি।

গুৱাহাটী বিশ্ববিদ্যালয়,
গুৱাহাটী-৭৮১০১৪

**ভবেন্দ্ৰনাথ শইকীয়া**
'সঁফুৰা'ৰ সম্পাদক

# বাণী প্ৰকাশৰ অগ্ৰগতিৰ এটি খতিয়ান

## ১৯৪৬-১৯৭৫ ।। বাণী প্ৰকাশৰ প্ৰায় ত্ৰিশটা বছৰ ।।

১৯৪৬ ।। স্বৰ্গীয় বাণীকান্ত কাকতি, স্বৰ্গীয় হৰেন্দ্ৰনাথ শৰ্মা আৰু স্বৰ্গীয় হলিৰাম ডেকা—এই তিনি গৰাকী পৰামৰ্শদাতাৰ উপদেশ আৰু পৰিচালনাত বছৰেকীয়া শিশু সাহিত্য সংকলন—**'বিহুৱান'**

প্ৰথম সংখ্যাৰ প্ৰকাশৰ যোগেদি 'বাণী প্ৰকাশ মন্দিৰ' নামেৰে ১৯৪৬ চনত বাণী প্ৰকাশে আত্মপ্ৰকাশ কৰে।

"অসমীয়া সাহিত্যত এনে ধৰণৰ সাহিত্যৰ এয়ে প্ৰথম চানেকি, ছপা ভাল।...আমাৰ অকণিহঁতৰ বাবে এনেকুৱা পুথি বহুত লাগে।" [ ৰঘুনাথ চৌধাৰী, 'সুৰভি' ]

১৯৪৮ ।। হৰেন্দ্ৰনাথ শৰ্মা ৰচিত **'কামালপাছা'** আৰু 'English Phrases & Idioms' এই দুখন কিতাপৰ প্ৰকাশ।

১৯৫০ ।। পুথি বিক্ৰেতা প্ৰতিষ্ঠান হিচাপে পাঠশালাত (কামৰূপ) 'বাণী প্ৰকাশ মন্দিৰ' প্ৰতিষ্ঠা।

১৯৫১ ।। 'বাণী কথামালা' নামেৰে হৰেন্দ্ৰনাথ শৰ্মাদেৱৰ সম্পাদনাত শিশু-সাহিত্যৰ এটি চিৰিজৰ প্ৰকাশৰ ব্যৱস্থা :

দেশ, যুগান্তৰ, অমৃত বাজাৰ পত্ৰিকা, হিন্দুস্থান ষ্টেণ্ডাৰ্ড আদিত প্ৰশংসিত বাণীকান্ত কাকতিৰ **'পখিলা'**, হৰেন্দ্ৰনাথ শৰ্মাৰ **'শিৱাজী'** আৰু ৰঘুনাথ দেৱ চৌধুৰীৰ **'মানৱ-সভ্যতা'**—এই তিনিখন কিতাপৰ প্ৰকাশ।

[ পৰৱৰ্তী কালত হৰেন্দ্ৰনাথ শৰ্মাৰ 'অশোক', 'সময় বালিৰ খোজবোৰ', নৱকান্ত বৰুৱাৰ 'আখৰৰ জখলা', দুলাল বৰঠাকুৰৰ 'ঘুমটি যায়োৰে', অম্বিকাপদ চৌধুৰীৰ 'কালিদাস', চৈয়দ আব্দুল মালিকৰ 'মুকলি মনৰ সাধু', মুক্তিনাথ বৰদলৈৰ 'তীৰ্থ যাত্ৰীৰ সাধু', ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ 'পাৰ্থ-সাৰথি', প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ 'মেও মহাৰাজ', কেশৱ মহন্তৰ 'ওমলা ঘৰ', প্ৰসন্নলাল চৌধুৰীৰ 'আমাৰ দেশৰ সাধু' প্ৰমুখে ২৫ খনমান শিশু-সাহিত্যৰ কিতাপ প্ৰকাশ কৰা হৈছে।

**'অশোক'**, **'সময় বালিৰ খোজবোৰ'**, **'আখৰৰ জখলা'**, **'ঘুমটি যায়োৰে'**, **'কালিদাস'**—এই কিতাপ কেইখনে সৰ্বভাৰতীয় শিশু-সাহিত্য প্ৰতিযোগিতাত পুৰস্কাৰ লাভ কৰিছে। ]

১৯৫২ ।। প্ৰথম অসমীয়া ৰঙীণ পাঠ্যপুথি **'বাণী-পাঠ'**।

## ॥ পঞ্চাশৰ দশকৰ দ্বিতীয়াৰ্ধৰপৰা বাণী প্ৰকাশ ॥

১৯৫৫ ॥ বাণীকান্ত কাকতি, হৰেন্দ্ৰনাথ শৰ্মা, হলিৰাম ডেকা আদি পৰামৰ্শদাতা-সকলৰ সহায়-সহযোগত শিশু-সাহিত্যৰ প্ৰকাশক হিচাপেই প্ৰতিষ্ঠিত আৰু ক্ৰিয়াশীল হোৱা 'বাণী প্ৰকাশ মন্দিৰ'-এ প্ৰাপ্ত বয়স্কমুখী সাহিত্য-প্ৰকাশৰ ক্ষেত্ৰতো এটা ভূমিকা গ্ৰহণ কৰিবলৈ ধৰে—যাইকৈ বাণীকান্ত কাকতি ৰচিত **'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা'** পুথিখনৰ প্ৰকাশৰ ( ১৯৫৫ ) যোগেদি ॥

[ পৰবৰ্তীকালত এতিয়ালৈকে 'বাণী প্ৰকাশে' প্ৰকাশ কৰা প্ৰাপ্তবয়স্ক-সুলভ সাহিত্য-পুথিবোৰৰ কেইখনমান হ'ল ঃ

ভাষা-চৰ্চা ॥ হৰেন্দ্ৰনাথ শৰ্মাৰ **'অসমীয়া বচনভঙ্গী'**

ড° গোলোক গোস্বামীৰ **'ধ্বনি বিজ্ঞানৰ ভূমিকা'**

সাহিত্য-আলোচনা ॥ ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ **'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'**

লোক-সাহিত্য ॥ ড° মহেশ্বৰ নেওগ সম্পাদিত **'চটাই পৰবত আৰু চিৰি লুইত'**

গল্প-উপন্যাস ॥ হলিৰাম ডেকাৰ **'অলকালৈ চিঠি'**, বিষ্ণুপ্ৰসাদ ৰাভাৰ **'সোণপাহী'** নীলিমা দত্তৰ **'শৈল শিখৰ'**, ড° সত্যেন্দ্ৰনাথ শৰ্মা অনূদিত কালিন্দীচৰণ পাণিগ্ৰাহীৰ **'মাটিৰ মানুহ'**, ড° বিনোদ শৰ্মা অনূদিত **'পাৰ্লবাকৰ শ্ৰেষ্ঠ গল্প'**, যোগেশ দাস সম্পাদিত **'গল্পৰ কুকি'**, কৈলাস শৰ্মাৰ **'ডালিমীৰ সপোন'**।

ইংৰাজী ভাষাত ॥ *'A History of Ancient India'* by Dr. H. V. Sreenivas Murthy, *'World History'* by Dr. Debo Prasad Barooah, *'Local Self Government in Assam'* by Dr. V. Venkata Rao, *'A Comparative Old Indo Aryan Grammar'* by Sukumar Biswas, *'Epics and Puranas in Early Assamese Literature'* by Dr. S. N. Sarma ]

১৯৫৮ ॥ 'বাণী প্ৰকাশ মন্দিৰ'ৰ গুৱাহাটী শাখাৰ প্ৰতিষ্ঠা।

অসমীয়া কবিতা পুথিৰ প্ৰথম প্ৰদৰ্শনী। উদ্বোধক ঃ বিহগী কবি ৰঘুনাথ চৌধাৰী।

১৯৬২ ॥ কলিকতাত স্থায়ীভাৱে এটা শাখাৰ প্ৰতিষ্ঠা।

'বাণী প্ৰকাশ মন্দিৰ'ৰ নামটো 'বাণী প্ৰকাশ'লৈ পৰিবৰ্তন।

১৯৬৮ ॥ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে বেজবৰুৱাৰ 'বুঢ়ী আইৰ সাধু'ৰ বীণা মিশ্ৰই কৰা বঙালী অনুবাদ **'ঠাকুৰমাৰ ৰূপকথা'** প্ৰকাশ কৰা হয়। কলিকতাত বাণী প্ৰকাশৰ এটা মুদ্ৰণ শাখা **'পূৰ্বোদয় প্ৰেছ'** প্ৰতিষ্ঠা কৰা হয়।

[ বাণী প্ৰকাশে এতিয়ালৈকে প্ৰকাশ কৰা কিতাপৰ সংখ্যা প্ৰায় দুশ ]

## ।। সত্তৰৰ দশকত বাণী প্ৰকাশ ।।

**।। ১৯৭২ ।।**

ভবেন বৰুৱাৰ সম্পাদনাত এটা নতুন প্ৰচেষ্টাৰ আৰম্ভণি ঃ

**'সংলাপ'**

প্ৰকাশ কৰিবলৈ আৰম্ভ কৰা হয়।

অসমীয়া পুথি-প্ৰকাশৰ এটা নতুন দিশত পদক্ষেপ ঃ

**'অসমীয়া পকেট-পুথি'** প্ৰকাশৰ ব্যৱস্থা।

সৌৰভকুমাৰ চলিহাৰ **'গোলাম'** এই ব্যৱস্থাৰ প্ৰথম পৰ্যায়ৰ অন্তৰ্ভুক্ত কিতাপ।

**।। ১৯৭৩ ।।**

বাণী প্ৰকাশ প্ৰকাশিত 'সংলাপ'-এ

স্বাধীনতা-উত্তৰ পঁচিশটা বছৰৰ অসমীয়া সাহিত্যৰ দহখন কিতাপলৈ 'সংলাপ সন্মান' আগবঢ়ায়।

স্বাধীনতা-উত্তৰ যুগৰ অসমীয়া পুথিৰ এখন প্ৰদৰ্শনী পতা হয়।

( ৩ ডিচেম্বৰ—১২ ডিচেম্বৰ ঃ ১৯৭৩ )

গুৱাহাটীৰ পাণবজাৰত বাণী প্ৰকাশৰ এটা নতুন শাখা—

**'প্ৰকাশিকা'** মুকলি কৰা হয়।

উদ্বোধক ঃ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য সুৰেশচন্দ্ৰ ৰাজখোৱা।

'প্ৰকাশিকা' স্মৃতি গ্ৰন্থৰ প্ৰকাশ।

**।। ১৯৭৪ ।।**

চিকিৎসাবিজ্ঞান পুথিৰ এখন প্ৰদৰ্শনী পতা হয়।

( ১৯ অক্টোবৰ—২১ অক্টোবৰ, ১৯৭৪ )

উদ্বোধক ঃ ডাঃ যোগেশ মহন্ত

বাণী প্ৰকাশ প্ৰকাশিত সৌৰভকুমাৰ চলিহাৰ 'গোলাম' গল্প-সংকলনখনে সাহিত্য অকাডেমিৰ পুৰস্কাৰ লাভ কৰে।

**।। ১৯৭৫ ।।**

'সংলাপ'ৰ সমান্তৰালভাৱে

নীলমণি ফুকনৰ সম্পাদনাত এখন তিনিমহীয়া আলোচনী—

**'সংজ্ঞা'**

আৰু ভবেন্দ্ৰনাথ শইকীয়াৰ সম্পাদনাত এখন বছৰেকীয়া শিশু-সাহিত্য-সংকলন—

**'সঁফুৰা'**

প্ৰকাশ কৰাৰ ব্যৱস্থা ॥

## ।। সত্তৰ দশকত বাণী প্ৰকাশৰদ্বাৰা প্ৰকাশিত ।।

সাম্প্ৰতিক কালৰ কেইজনমান খ্যাতনামা অসমীয়া
সাহিত্যিকৰ কেইখনমান কিতাপ ঃ

**ক বি তা-সং ক ল ন**

যজ্ঞেশ্বৰ শৰ্মা সম্পাদিত

### শতপত্ৰ

বেচ ঃ তিনি টকা পয়সত্তৰ পইচা

হৰেকৃষ্ণ ডেকাৰ

### স্বৰবোৰ

বেচ ঃ দুটকা

**উ প ন্যা স**

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ

### কবৰ আৰু ফুল

বেচ ঃ আঢ়ৈ টকা

যোগেশ দাসৰ

### অবৈধ

বেচ ঃ আঢ়ৈ টকা

**গ ল্প-সং ক ল ন**

মহিম বৰাৰ

### এখন নদীৰ মৃত্যু

বেচ ঃ আঢ়ৈ টকা

নগেন শইকীয়াৰ

### মাটিৰ চাকিৰ জুই

বেচ ঃ তিনি টকা

**আ লো চ না**

ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ

### অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ

বেচ ঃ দহ টকা

ড° ৰেণু দেৱীৰ

### অসমৰ শিক্ষা ব্যৱস্থা

বেচ ঃ আঠ টকা

/

।। সত্তৰৰ দশকত 'বাণী প্ৰকাশ'-এ প্ৰকাশ কৰিবলৈ লোৱা কিতাপ ।।

॥ সৌৰভকুমাৰ চলিহাৰ গল্প ॥

* "সৌৰভ চলিহাৰ গল্প বুদ্ধি-নিষ্ঠাৰ পৰিচায়ক, ফলত সাধাৰণ পাঠকৰ পক্ষে তেওঁৰ ৰসাস্বাদন কৰা কঠিন।" [ সত্যেন্দ্ৰনাথ শৰ্মা ]* "...কলাগত বিচাৰত আটাইতকৈ আধুনিক চৰিত্ৰৰ অসমীয়া কথা-সাহিত্যিক...। ...এই কথাত আচৰিত হব লগীয়া বিশেষ একো নাই যে...সৌৰভকুমাৰ চলিহাই অসমীয়া গল্প-সাহিত্যলৈ অন্য উৎকৰ্ষ আৰু অভিনৱত্বখিনিয়ে প্ৰাপ্য সন্মান নাপাইছিল।" [ ভবেন বৰুৱা, 'সংলাপ', ১৯৭৩ ]

*

১৯৭২ চনত প্ৰকাশিত আৰু

১৯৭৩ চনত 'সংলাপৰ সন্মান' প্ৰাপ্ত

## এহাত ডাৱা

গল্প-সংকলনখনৰ পিছত ওলোৱা

১৯৭৩ চনত প্ৰকাশিত আৰু

১৯৭৪ চনৰ 'সাহিত্য অকাডেমি'ৰ পুৰস্কাৰপ্ৰাপ্ত

# গোলাম

গল্প-সংকলনখনৰ শোভন সংস্কৰণ

শ্ৰেষ্ঠ শিল্পী হেমন্ত মিশ্ৰৰ বেটুপাতেৰে সৈতে আটকধুনীয়াকৈ উলিয়া হৈছে।

বেচ : পাঁচ টকা

'বাণী প্ৰকাশ'-এ প্ৰকাশ কৰিবলৈ লোৱা আন এখন নতুন কিতাপ

সৌৰভ কুমাৰ চলিহাৰ—

# শ্ৰেষ্ঠ গল্প : ১৯৫০-১৯৭২

## ।। সত্তৰৰ দশকত বাণী প্ৰকাশ-এ প্ৰকাশ কৰিবলৈ লোৱা কিতাপ ।।

।। নীলমণি ফুকনৰ কবিতা ।।

* "ফুকনৰ কবিতাৰ কেন্দ্ৰীয় অনুভৱ যথাৰ্থতে আধুনিক কবিৰ সমগোত্ৰীয়। ...কোনো কোনো কবিতাত আধুনিক মানসৰ চৰম একাকিত্ববোধ প্ৰতিফলিত হোৱা দেখা যায়।" [ ললিতকুমাৰ বৰুৱা, 'উত্তৰণ' ১৯৬৮ ]

* "ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে'। ২৪ টা কবিতাৰ সংকলন। ভালেখিনি কবিতাই ৰসোত্তীৰ্ণ।...ৰেটৰিক-মুক্ত প্ৰকৃত আধুনিক কবিতা। উৎকৃষ্ট কবিতা কেইটাই অসমীয়া ভাষালৈকে এটা নতুন সৌন্দৰ্য লৈ আনিছে আৰু সিবোৰ জীৱন-মৰণ সম্পৰ্কে তীব্ৰভাৱে ভাবনা সঞ্চাৰী। সিবোৰত মৃত্যু আৰু নিঃসঙ্গতাৰ এনে এক নিবিড় উপলব্ধি প্ৰকাশ হৈছে যি অসমীয়া সাহিত্যত অভিনৱ।" [ ভবেন বৰুৱা, 'সংলাপ' ১৯৭৩ ]

*

'বাণী প্ৰকাশে'-এ প্ৰকাশ কৰিবলৈ লোৱা
এখন নতুন কিতাপ নীলমণি ফুকনৰ—

# নিৰ্বাচিত কবিতা ঃ ১৯৫৪ - ১৯৭২

।। ১৯৭৩ চনৰ এপ্ৰিল মাহত 'সংলাপৰ সন্মান' প্ৰাপ্ত 'ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে' কবিতা-সংকলনখনকে ধৰি চাৰিখন গ্ৰন্থৰ ৰূপত প্ৰকাশ হোৱা নীলমণি ফুকনৰ কবিতাসমূহৰ এটা বাছনি ।।

## ।। বাণী প্রকাশৰ নতুন শাখা ঃ প্রকাশিকা ।।

।। শিক্ষিত অসমীয়া পাঠক আৰু সাহিত্যিক মাত্রেই ইংৰাজী আৰু বঙলা সাহিত্যৰো মনোযোগী পাঠক ।। অসমীয়া ভাষাৰ কিতাপ-পত্রৰ উপৰিও বঙলা ভাষাৰ মূল্যবান কিতাপ-পত্র আমাৰ যোগেদি আপুনি পাব পাৰে।

* ৰবীন্দ্রনাথৰ ৰচনাৱলী ।।

* সুধীন্দ্রনাথ দত্ত, জীবনানন্দ দাস, অমিয় চক্রবর্তী, বুদ্ধদেব বসু আৰু বিষ্ণু দেৱ কাব্যগ্রন্থসমূহ আৰু প্রবন্ধ-সংকলনসমূহ ।। * প্রথম চৌধুৰী, অতুলচন্দ্র গুপ্ত, সুনীতিকুমাৰ চট্টোপাধ্যায়, ধূর্জটিপ্রসাদ মুখোপাধ্যায়, অন্নদাশঙ্কৰ ৰায়, আবু সয়ীদ আয়ুব, চঞ্চলকুমাৰ চট্টোপাধ্যায়, অম্লান দত্ত আদিৰ প্রবন্ধ-সংকলন ।। * বঙ্কিম চট্টোপাধ্যায়, শৰৎচন্দ্র চট্টোপাধ্যায়, বিভূতিভূষণ বন্দ্যোপাধ্যায়, তাৰাশঙ্কৰ বন্দোপাধ্যায়, মাণিক বন্দ্যোপাধ্যায়, পৰশুৰাম, বনফুল, অন্নদাশঙ্কৰ ৰায়, বুদ্ধদেব বসু, প্রেমেন্দ্র মিত্র, অচিন্ত্যকুমাৰ সেনগুপ্ত, নৰেন্দ্র মিত্র, প্রতিভা বসু, সন্তোষকুমাৰ ঘোষ, কমল মজুমদাৰ, অসীম ৰায়, সুনীল গঙ্গোপাধ্যায় আদিৰ কথা-সাহিত্য ।।

* মাইকেল মধুসূদন দত্ত, সত্যেন্দ্রনাথ দত্ত, নজৰুল ইছলাম, মোহিতলাল মজুমদাৰ, সুভাষ মুখোপাধ্যায়, সুকান্ত ভট্টাচার্য আদিৰ কাব্য-গ্রন্থ ।।

* অবনীন্দ্রনাথ ঠাকুৰ, সুকুমাৰ ৰায়, সুখলতা ৰাও, লীলা মজুমদাৰ, বুদ্ধদেব বসু, প্রেমেন্দ্র মিত্র, সত্যজিত ৰায় আদিৰ শিশু-সাহিত্যৰ কিতাপ ।।

* সাম্প্রতিক কালৰ বঙলা ভাষাৰ কেইখনমান আলোচনী ঃ
‘বিশ্বভাৰতী পত্রিকা’, ‘চতুৰঙ্গ’, ‘এক্ষণ’, ‘কলকাতা’, ‘পৰিচয়’ ।।

অভিধান ঃ ৰাজশেখৰ বসু সংকলিত, ‘চলন্তিকা’ ।। আন মূল্যবান অভিধান ঃ ‘সংসদ বাঙলা অভিধান’, ‘Samsad English Bengali Dictionary’, ‘Samsad Bengali-English Dictionary.’

* আধুনিক বঙলা কবিতাৰ অপৰিহার্য দুখন কিতাপ ঃ বুদ্ধদেব বসু সম্পাদিত ‘আধুনিক বাংলা কবিতা’, বিষ্ণু দে সম্পাদিত ‘একালের কবিতা’ ।।

* ইংৰাজী ভাষাত প্রকাশ হোৱা সাহিত্য, নন্দনতত্ত্ব, দর্শন, ইতিহাস, সমাজতত্ত্ব মনস্তত্ত্ব, ভাষাতত্ত্ব, অর্থনীতি, বিজ্ঞান আদি বিষয়ৰ মূল্যবান কিতাপ-পত্রৰো আমি যোগান ধৰোঁ ।।

।। কিতাপ-পত্রৰ বাবে অসমৰ স্কুল, কলেজ, বিশ্ববিদ্যালয় আৰু পুথিভঁৰালসমূহৰ কর্তৃপক্ষই আমাৰ লগত যোগাযোগ কৰিব পাৰে ।।

প্রকাশিকা ।। পাণবজাৰ ।। গুৱাহাটী-৭৮১০০১

## ।। সংস্কৃতিৰ বিস্তৃতি ।।

সময় আগবঢ়াৰ লগে লগে বৰ্তমান অতীত হয়, অতীত পাহৰণিৰ বালিচৰত পোত যোৱাৰ উপক্ৰম হয়। শিক্ষা-সংস্কৃতিৰ চৰ্চাই বৰ্তমানৰ বুকত বিস্তৃতি লাভ কৰে। নতুন দৃষ্টিৰে অতীতলৈ ভুমুকিয়াই চোৱাৰ হেঁপাহ ওপজে। এই আপাহতে প্ৰত্যেক জাতিয়ে নিজৰ অতীত শৌৰ্য-সংস্কৃতি, ভাস্কৰ্য-স্থাপত্য, সঙ্গীত-নৃত্য, জাতি-উপজাতি, ৰজা-মন্ত্ৰীৰ পম খেদে, মূল্যায়ন কৰে, নিজে জানে আনক জনায়; আনৰ শিক্ষা-সংস্কৃতিৰে নিজৰখিনি ৰিজায়। প্ৰত্যেক দেশে, প্ৰত্যেক জাতিয়ে নিজস্ব বৈশিষ্ট্যৰ সংস্কৃতিৰ ধাৰাটো ভেটা নপৰাকৈ ৰাখিবলৈ কৰা যত্ন আৰু চেষ্টায়ে হৈছে সংস্কৃতিৰ অধ্যয়ন।

অসমৰ সংস্কৃতিৰ বয়স, স্বৰূপ আৰু প্ৰকৃতিৰ অধ্যয়ন নতুন কথা নহয়, বিষয়বস্তুও মেটমৰা। বিদগ্ধ পণ্ডিতসকলে আমাৰ কৃষ্টি-সংস্কৃতিৰ নানান দিশত আলোকপাত কৰি আহিছে আধুনিক শিক্ষা-দীক্ষাই গা-কৰি উঠাৰ দিনৰেপৰা।

সময়ৰ পছোৱাই মোলান পেলাব নোৱাৰা অসমীয়া সংস্কৃতিৰ বিভিন্ন দিশৰ জ্ঞান-গভীৰ আলোচনা আৰু মূল্যায়ন কৰি যুগুত কৰা বিবিধ প্ৰবন্ধাৱলী সঙ্কলিত কৰিছে অসম সাহিত্য সভাই।

আদৰ্শনীয় কথা যে অসম সাহিত্য সভাৰ উত্তৰ লক্ষীমপুৰ অধিবেশনত বাহি হোৱা ধনখিনি উত্তৰ লক্ষীমপুৰ সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়াসকলে মহৎ অন্তৰেৰে **'অসমীয়া সংস্কৃতি'** পুথিখন ছপাবলৈ দান দিছিল।

প্ৰাক্-আহোম যুগৰেপৰা বৰ্তমান কাললৈকে অসমৰ শিল্প-ভাস্কৰ্য, পুৰাতত্ত্ব, সঙ্গীত-নৃত্য, জাতি-জনজাতীয় কৃষ্টি আৰু সংস্কৃতিৰ আলোচনা পুষ্ট **অসমীয়া সংস্কৃতি** অসমীয়া সাহিত্যৰ ভঁড়াললৈ অবিসম্বাদিতভাৱে এক বিশেষ উল্লেখযোগ্য অৱদান। প্ৰথম সংস্কৰণৰ অন্তত এই পুথি সযত্নে সংশোধিত আৰু পৰিবৰ্ধিত কৰি পুনৰমুদ্ৰণ কৰি উলিওৱা হৈছে।

# অসমীয়া সংস্কৃতি

সম্পাদকদ্বয় ঃ অধ্যাপক লীলা গগৈ
আৰু হৰিপ্ৰসাদ নেওগ

বেচ ঃ পোন্ধৰ টকা মাথোন

## ।। সৃষ্টিশীল সাহিত্য-সংবাদ ।।

সমসাময়িক বঙলা সাপ্তাহিক আলোচনী ' এখনৰ সাহিত্য-সংবাদ শিতানত সাম্প্রতিক বঙলা সাহিত্য সম্পৰ্কে কৰা আলোচনা প্ৰসঙ্গত কোৱা হৈছে যে একালত সৃষ্টিশীল সাহিত্য বুলি পৰিগণিত হোৱা সমালোচনা আৰু প্ৰবন্ধ সাহিত্যৰ সৃষ্টি-চৰ্চা আজিকালি একপ্ৰকাৰ নাই বুলিয়ে কব পাৰি। যিবোৰ সাহিত্য এই পৰ্যায়ৰ অন্তৰ্ভুক্ত হৈ প্ৰকাশিত হৈছে সেইবোৰৰ গ্ৰন্থকাৰৰ স্বাভাৱিক দৃষ্টি স্কুল-কলেজ-বিশ্ববিদ্যালয়ৰ পাঠ্যপুথিৰ অন্তৰ্ভুক্তিত। অৱশ্যে ইয়াৰ কাৰণো স্পষ্ট।

আমাৰ অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো সৃষ্টিশীল সাহিত্যৰ অভাৱ ক্ৰমশঃ স্পষ্টতৰ হৈ আহিছে। ৰোমাণ্টিক যুগৰ লক্ষ্মীনাথ-পদ্মনাথ-হেমচন্দ্ৰ-ৰজনীকান্তই সূচনা কৰা বিবিধ প্ৰবন্ধাৱলীয়ে বিস্তৃতি লাভ কৰিছিল বিষয়ৰপৰা বিষয়ান্তৰিতহৈ কনকলাল-আনন্দচন্দ্ৰ-বিষ্ণুৰাভা-বাণীকান্তৰ কাপমৈলামত। কিন্তু সাহিত্যৰ চৰ্চাকাৰী সাহিত্যিক আৰু শিক্ষিত পাঠকৰ গড় ক্ৰমে বাঢ়ি আহিলেও প্ৰবন্ধ সাহিত্যৰ সুষ্ঠু সৃষ্টিৰ পথ যেন কিবা এক অজানিত কাৰণত ৰুদ্ধ হৈ যাব ধৰিছে।

এই আটকৰ মাজতে **চিন্তা-বিচিত্ৰাৰ** আবিৰ্ভাৱ অসমীয়া সাহিত্য-পাঠকৰ বাবে নিশ্চয় এটা সুখকৰ সংবাদ।

দাৰ্শনিক-ৰাজনৈতিক-অৰ্থনৈতিক বিষয়বস্তুৰ ওপৰত ৰচিত এই প্ৰবন্ধসমূহত আছে মনৰ চিন্তাৰ চিৰন্তন প্ৰশ্ন, মনস্তত্ত্বৰ বিবিধ স্তৰৰ সাৱলীল আলোচনা আৰু মনৰ গোপন কথাৰ কথা। আকৌ মহাপুৰুষ মাধৱদেৱৰ মহাপুৰুষীয়া ধৰ্মৰ সূক্ষ্ম চিন্তাৰপৰা গান্ধী-মাৰ্ক্সবাদ-বিপ্লৱৰ তাৎপৰ্যৰ বিচাৰ আৰু ব্যাখ্যা; লগে লগে বিষয়ান্তৰিত হৈছে কলবাৰীৰ উপাখ্যানৰ আলম লৈ অৰ্থনীতিৰ ওখ চিন্তাৰ মাজেদি মজলীয়া শ্ৰেণীৰ স্থান নিৰ্ণয় কৰি সৰ্বহাৰাৰ সূত্ৰ বিচাৰি।

চিন্তা-বিচিত্ৰাৰ গ্ৰন্থকাৰে প্ৰতিটো প্ৰবন্ধকে দক্ষতাৰে প্ৰকাশ কৰিছে প্ৰাঞ্জল ভাষাত। অৱলোকন আনুবীক্ষণিক।

# চিন্তা-বিচিত্ৰা

শ্ৰীজিতেন্দ্ৰনাথ দাস

উপাচাৰ্য,

ডিব্ৰুগড় বিশ্ববিদ্যালয়

বেচ ঃ ছয় টকা মাথোন

## ।। সংজ্ঞাৰ নিয়মাৱলী ।।

* তিনিমহীয়া আলোচনী 'সংজ্ঞা'ৰ চাৰিটাকৈ সংখ্যা প্রতি বছৰে প্রকাশ হ'ব : প্রথম সংখ্যা ১৫ মার্চত, দ্বিতীয় সংখ্যা ১৫ জুনত, তৃতীয় সংখ্যা ১৫ চেপ্তেম্বৰত আৰু চতুর্থ সংখ্যা ১৫ ডিচেম্বৰত। প্রতি সংখ্যাৰ বেচ আঢ়ৈ টকা। বছৰেকীয়া গ্রাহকসকলে ন টকাত চাৰিটা সংখ্যা পাব। প্রস্তাৱনা সংখ্যাৰ বেচ চাৰি টকা।

* 'সংজ্ঞা'ৰ এজেন্সী কমেও পাঁচ কপি লোৱা সকলকহে দিয়া হয়। কমিছনৰ হাৰ : শতকৰা পঁচিশ। আলোচনীখন ডাকযোগে পঠিওৱা হয় ; গ্রাহক-সকলে ডাক-মাচুল দিব নালাগে। এজেন্সী লওঁতাসকলে প্রতিখনৰ বাবে এটকাকৈ আমানত দিব লাগিব।

* কাগজৰ এপিঠিত লিখা ৰচনাহে 'সংজ্ঞা'ৰ বাবে গ্রহণ কৰা হ'ব। অমনোনীত ৰচনা ঘূৰাই পাবলৈ হলে লিখকসকলে ৰচনাৰ লগত ডাক টিকট পঠিয়াব লাগিব।

* 'সংজ্ঞা'ৰ বাবে ৰচনা-পাতি লিখকসকলে এই ঠিকনাত পঠিয়াব : সম্পাদক, 'সংজ্ঞা', সংজ্ঞা কার্যালয়, বাণী প্রকাশ, পাণবজাৰ, গুৱাহাটী-৭৮১০০১।

SAMJNĀ a quarterly Assamese journal devoted to literature & culture. Vol. 1 No. 1

# সূচীপত্ৰ



সম্পাদক : নীলমণি ফুকন

Published by A. P. Choudhury for Samjna Karyalaya, Bani Prakash, Gauhati-781001. *Price Rupees Four only.*